শিবশৰ্ম্মা আৰু দীন দ্বিজকৃত

# মাধৱ-সুলোচনা

সম্পাদনা :—

ডঃ সত্যেন্দ্ৰনাথ শৰ্ম্মা

ডঃ প্ৰফুল্লদত্ত গোস্বামী

প্রকাশক—
নিউ বুক ষ্টল
গুৱাহাটী

একমাত্ৰ পৰিবেশক
নিউ বুক ষ্টল
পানবজাৰ, গুৱাহাটী

মুদ্ৰাকৰ—
মুকুল প্ৰিন্টিং ওৱাৰ্কছ
পানবজাৰ, গুৱাহাটী।

১ম প্ৰকাশ
ডিচেম্বৰ ১৯৬০



[ বেচ ছটকা মাথোন।

# গ্ৰন্থ পৰিচয়

প্ৰাচীন অসমীয়া প্ৰণয় কাব্য কেইখনৰ ভিতৰত মাধৱ-সুলোচনা নামৰ কাব্যখনৰ কাহিনীটো বৰ আমোদজনক। মূলতে এইটো এটা পৌৰাণিক আখ্যান। পদ্মপুৰাণৰ উত্তৰখণ্ডৰ পৰিশিষ্ট স্বৰূপ "ক্ৰিয়াযোগসাৰ"ৰ ৫ম অধ্যায়ত গঙ্গাসাগৰ সঙ্গমত স্নান কৰাৰ ফল প্ৰদৰ্শন প্ৰসঙ্গত এই মনোৰম আখ্যানটো বৰ্ণনা কৰিছে। কাহিনীটোৰ এই পৰ্য্যন্ত তিনিটা পুৰণি অনুবাদ পোৱা গৈছে। এটা অসমীয়া সাহিত্যৰ চানেকিত (Vol II, part II) সন্নিবিষ্ট হোৱা দীন দ্বিজৰ দ্বাৰা ৰচিত। এই দীন দ্বিজই শঙ্খচূড়বধ নামৰ এখন সংস্কৃত নাটকো ৰচনা কৰিছিল. দ্বিতীয় অনুবাদটো দক্ষিণপাট সত্ৰৰ অধিকাৰ ৺বিষ্ণুদেৱ গোস্বামীৰ ক্ৰিয়াযোগসাৰ গ্ৰন্থৰ অন্তৰ্ভুক্ত। এই পুথি বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত আছে। তৃতীয়টো এই প্ৰবন্ধ লেখকে ৺সৰ্ব্বেশ্বৰ কটকীৰ ঘৰত থকা সানিহিলি পুথিৰ পাতৰ মাজৰ পৰা উদ্ধাৰ কৰে। অনুবাদকৰ নাম অজ্ঞাত, কিন্তু আগৰ দুটা অনুবাদৰ পৰা ই সম্পূৰ্ণ পৃথক। 'অভীষ্ট পুৰাণ' নামৰ এই অনুবাদৰে অন্য এটা পাঠ ডক্টৰ প্ৰফুল্লদত্ত গোস্বামীৰ হাতত পোৱা গৈছে। এই পাঠত কাহিনীটোৰ বক্তা শিৱ শৰ্ম্মা বুলি উল্লেখ কৰিছে। সম্ভৱতঃ শিৱ

শৰ্ম্মা অনুবাদকৰ নামবে। এই পাঠটোকেই সম্প্ৰতি আদৰ্শ হিচাবে লোৱা হৈছে।

মূল পদ্মপুৰাণৰ অন্তৰ্গত ক্ৰিয়াযোগসাৰত থকা আখ্যানটো মনোৰম, যদিও বৰ বিশদ নহয়। অসমীয়া অনুবাদকে উক্ত আখ্যানকে বহলাই এখন সৰু কাব্যত পৰিণত কৰিছে, গঙ্গা-সাগৰ-সঙ্গমত স্নান কৰাৰ ফল প্ৰদৰ্শন কৰাৰ উদ্দেশ্যে মূল পুৰাণত এই কাহিনী সন্নিবিষ্ট হৈছে যদিও, ধৰ্ম্মনীতিয়ে ইয়াৰ কাব্যগত সৌন্দৰ্য্য নষ্ট কৰিব পৰা নাই, বৰং যি উদ্দেশ্যে এই কাহিনী ৰচিত হৈছিল আখ্যানৰ বৈচিত্ৰ্যই সেই উদ্দেশ্যকে অস্পষ্ট কৰি পেলাইছে। জাৰ্ম্মান পণ্ডিত ড°: উইণ্টাৰনিট্‌চে তেখেতৰ ভাৰতীয় সাহিত্যৰ ইতিহাসৰ প্ৰথম খণ্ডত কাহিনীটো সম্পৰ্কে এই দৰে লিখিছে :

"In evidence of the fact that the fulfilment of all possible desires can be attained by worshipping Visnu on the bank of the Ganges, many silly stories are told, but also the beautiful love story of Madhava and Sulocana"

(P. 544)

বিষ্ণুদেব গোস্বামীৰ দ্বাৰা অনূদিত ক্ৰিয়াযোগসাৰৰ অন্তৰ্ভুক্ত মাধৱ-সুলোচনা আখ্যানটো মূলৰ অনুগামী, ইয়াত অনুবাদকৰ কল্পনাই বহুণ সানিবলৈ বৰ চেষ্টা কৰা নাই।

আনহাতে অজ্ঞাত অনুবাদকৰ (শিৱ শৰ্ম্মা?) তৃতীয় অনুবাদটোত মূলৰ ছাঁটো পোৱা যায়। কাহিনীটোৰ কাঠামোহে পুৰাণৰ, বাকী সকলো অনুবাদকৰ নিজা। কিন্তু মাৰ্জ্জিত উচ্চ কল্পনাৰ পৰিচয় এই অনুবাদকে দিব পৰা নাই, ঠায়ে ঠায়ে ছন্দ ভঙ্গ আৰু কৰ্কশ বা গদ্যগন্ধী হৈছে, আৰু ঠায়ে ঠায়ে বৰ্ণনাই শ্লীলতাৰ সীমাও চেৰাই গৈছে। দুয়োকুল ৰক্ষা কৰি অৰ্থাৎ এইতে মূলৰ সৌন্দৰ্য্যপূৰ্ণ বৰ্ণনাখিনি অব্যাহত ৰাখি আৰু আনহাতে স্থান বিশেষে নিজা ৰহণ সানি কাব্যখন মনোগ্ৰাহী কৰি তুলিছে দ্বীন দ্বিজই।

মাধৱ-সুলোচনা আখ্যানটোৰ এটি অতি চমু পৰিচয় দিয়া হল।

বিক্ৰমদেৱ ৰজাৰ একমাত্ৰ পুত্ৰেক মাধৱ ৰূপত কামদেৱ, গুণত বৃহস্পতি সদৃশ। এদিন কোঁৱৰে মৃগয়া কৰিবলৈ গৈ এখন সৰোবৰত এজনী সুন্দৰী যুৱতীয়ে স্নান কৰি থকা দেখা পাই বিভোল হৈ প্ৰণয় প্ৰাৰ্থনা কৰে। সেই যুৱতীয়ে কোঁৱৰক প্ৰবোধ দি কয় যে তেওঁ সুলোচনা নামৰ ৰাজকুমাৰীৰ দাসীহে, ৰাজকুমাৰীৰ ৰূপ-গুণৰ শতাংশৰ একাংশও তেওঁৰ নাই। গতিকে অমৃতক ত্যাগ কৰি খাৰণি পানী খাবলৈ যোৱা যেন সুলোচনাৰ পৰিবৰ্ত্তে তেওঁৰ দাসী চন্দ্ৰকলাক অভিলাষ কৰাও তেনে। কোঁৱৰে চন্দ্ৰকলাৰ পৰা সুলোচনাৰ সকলো সম্ভেদ লয় আৰু সুলোচনাৰ কাষলৈ কি উপায়েৰেনো যাব পাৰি তাকো সুধি-পুছি লয়।

(১) পদ্মপুৰাণ, বঙ্গবাসী সংস্কৰণ।

কোঁৱৰ নগৰলৈ উভতি আহি ঘোৰাশালৰ পৰা ভদ্ৰশ্ৰবা নামৰ এটা আকাশগামী ঘোৰাৰ পিঠিত উঠি আৰু প্ৰচেষ্ট নামে এটা ভৃত্য লগত লৈ চন্দ্ৰকলাই নিৰ্দ্দেশ দিয়া মতে সুলোচনাৰ নগৰ অভিমুখে যাত্ৰা কৰে। কোঁৱৰক উকৰাই নি ভদ্ৰশ্ৰবাই সুলোচনাৰ পুৰীত নমাই দিয়ে। কোঁৱৰে গন্ধিনী (অসমীয়া অনুবাদত গন্ধনী) নামৰ মালিনীৰ ঘৰত আশ্ৰয় লয়গৈ আৰু নানা মধুৰ কথাৰে মালিনীক নিজৰ ফলীয়া কৰি লয়। কোঁৱৰে পাচদিনা ৰাতিপুৱা এধাৰ ফুলৰ মালা গাঁথিলে আৰু ফুলৰ পাহীত আত্ম-পৰিচয় দি সুলোচনাৰ প্ৰতি তেওঁৰ আসক্তি জ্ঞাপন কৰি এখন চিঠি লেখিলে। মালিনীয়ে সেই ফুলৰ মালা মাধৱৰ এটা আঙঠী সহ নি কুমাৰীক সন্তৰ্পণে অৰ্পণ কৰিলে। কুমাৰীয়ে মালা, আঙঠী আৰু ফুলৰ পাহীত লেখি পঠোৱা চিঠি পঢ়ি কোঁৱৰত মন সমৰ্পণ কৰিলে আৰু সেইমতে মালিনীৰ যোগেদি কোঁৱৰক সকলো কথা জনালে। এই দৰে চিঠিৰ যোগেদি ভাৱৰ আদান প্ৰদান চলিল। এদিন মালিনীৰ লগত কুঁৱৰী আহি কোঁৱৰক লগ ধৰি জনালে যে তেওঁৰ পিতৃ ৰজা গুণাকৰে ত্ৰিবিক্ৰম ৰজাৰ পুত্ৰেক বিদ্যাধৰৰ লগত তেওঁৰ বিবাহৰ দিন স্থিৰ কৰিছে। গতিকে বিবাহৰ দিনা হোমৰ গুৰিৰ পৰা তেওঁক যেন মাধৱে হৰণ কৰি নি অবাঞ্ছিত বিবাহৰ পৰা ৰক্ষা কৰে।

বিবাহৰ ৰাতি মাধৱ শুই থাকোতেই প্ৰচেষ্ট (২) নামৰ

---

(২) প্ৰচেষ্ট অসমীয়া অনুবাদত প্ৰচেতস হৈছে

লগুরাটোৰে ভদ্ৰশ্ৰবা ঘোৰাৰ ওপৰত উঠি বিবাহ মণ্ডপৰ পৰা সুলোচনাক হৰণ কৰে। কিছু দূৰ যোৱাৰ পাছতহে কুমাৰীয়ে ধূৰ্ত্ত প্ৰচেষ্টক চিনিব পাৰে। কুমাৰীয়ে মধুৰ বাক্যেৰে ছাবিৰ পৰা ফল-মূল আহৰণ কৰি আনিবলৈ তাক পঠাই দি সেই ঠাইৰ পৰা ভদ্ৰশ্ৰবাৰ পিঠিত উঠি পলায়ন কৰে। কুমাৰী গৈ গঙ্গাসাগৰ-সঙ্গম স্থলৰ বজা সুষেণৰ নগৰত উপস্থিত হৈ পুৰুষ-বেশত নিজকে এজন ৰাজকোঁৱৰ বুলি পৰিচয় দি বজাৰ ঘৰত আশ্ৰয় লয়। এদিন সেই ৰাজ্যত এটা বনৰীয়া গড় ওলাই উপদ্ৰব কৰাত সুষেণ বজাই ৰাজকোঁৱৰ-বেশী সুলোচনাক গড়টো বধ কৰিবলৈ আজ্ঞা দিয়ে। কুঁৱৰীয়েও মৰণত শৰণ দি হাতত এপাট যাঠী লৈ কৃষ্ণৰ সহায়ত গড়টোক আক্ৰমণ কৰি বধ কৰে। বজাই বৰ সন্তুষ্ট হৈ তেওঁৰ একমাত্ৰ কন্যা জয়ন্তীক তেওঁলৈ বিবাহ দিয়ে। সুলোচনাই নানা গুৰুৰ আপত্তি দৰ্শায়ো শেহান্তৰত উপাই নাপাই বিয়া কৰায়। কিন্তু বিয়াৰ পাচতে জয়ন্তীক সকলো কথা খুলি কৈ মাধৱৰ কাৰণে দুয়ো অপেক্ষা কৰি থাকে। গঙ্গাসাগৰ সঙ্গমতীৰ্থত নিজৰ এটা প্ৰতিকৃতি নিৰ্ম্মাণ কৰাই যাত্ৰী অহাযোৱা কৰা বাটতে স্থাপন কৰি থয় আৰু বখীয়াবিলাকক হুকুম শুনাই দিয়ে যে সেই প্ৰতিকৃতিৰ কালে চাই যাকে বেজাৰ কৰা দেখে তাকেই ধৰি নি তেওঁৰ আগত উপস্থিত কৰায় যেন।

ইফালে চৌপনিৰ পৰা সাৰ পাই মাধৱে প্ৰচেষ্টৰ ধূৰ্ত্তালি বুজিব পাৰে। সুলোচনাৰ বিচ্ছেদ তেওঁৰ পক্ষে অসহনীয় হৈ

গঙ্গাসাগৰত জাপ দি আত্মহত্যা কৰিবৰ উদ্দেশ্যে যায়। ইফালে প্ৰচেষ্ট আৰু ত্ৰিবিক্ৰমৰ পুতেক বিদ্যাধৰেও সুলোচনাৰ বিৰহত নানা দেশ পৰ্য্যটন কৰি শেষত কুঁৱৰীৰ কোনো সন্ধান নাপাই গঙ্গাসাগৰ-সঙ্গমত আত্মাহুতি দিবলৈ যাত্ৰা কৰে। সঙ্গমস্থলত সুলোচনাৰ প্ৰতিকৃতিৰ ফালে প্ৰত্যেক জনকে থৰ লাগি কৰুণ দৃষ্টিৰে চাই থকা দেখি বৰ্থীয়াই তেওঁলোকক ধৰি নি ৰাজকুঁৱৰীৰ ৰূপী সুলোচনাৰ আগত হাজিৰ কৰে। প্ৰচেষ্টক লোহা লগাই কাৰাগাৰত নিক্ষেপ কৰে, বিদ্যাধৰ কোঁৱৰক নানা প্ৰবোধ বাক্যেৰে বুজনি দি নিজ ৰাজ্যলৈ ঘূৰাই পঠায়। অৱশেষত মাধৱ কোঁৱৰৰ আগত নিজৰ ছদ্মবেশ পৰিত্যাগ কৰি পৰিচয় প্ৰদান কৰে আৰু আদ্যন্ত সকলো কথা বিবৰি কৈ সুষেণ ৰজাৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰে। ৰজা সুষেণে সুলোচনাৰ বুদ্ধি আৰু সাহসৰ শলাগ লৈ মাধৱৰ লগত সুলোচনা আৰু জয়ন্তীকুঁমাৰীৰ বিবাহ সম্পন্ন কৰায় দিয়ে।

ইয়াৰ পাছত মাধৱে বিষ্ণুভক্তিৰ দ্বাৰা কেনেকৈ সস্ত্ৰীক মুক্তি লাভ কৰালে তাৰ বিৱৰণ দিছে। এই খিনিৰ কাব্যিক মূল্য নাই, সাম্প্ৰদায়িক মূল্যহে আছে।

ওপৰত অতি চমুকৈ আখ্যানটো দিয়া হৈছে। দীন দ্বিজৰ কাব্যখন 'পাঞ্চালী প্ৰবন্ধ'ত ৰচনা কৰা, অৰ্থাৎ কাব্যখন গীত আৰু পদৰ সমষ্টি। বাকী দুটা অনুবাদত গীত নাই, কেৱল বৰ্ণনাত্মক পদ, দুলড়ী, ছবি আদিৰ সমষ্টি। পাঞ্চালী কাব্য

ওজা-পালী অনুষ্ঠানৰ উপযোগী। কাব্যখনত সম্ভোগ আৰু বিপ্ৰলম্ভ শৃঙ্গাৰ ৰসৰ অৰ্থাৎ পূৰ্ব্বৰাগ মিলন আৰু বিচ্ছেদৰ সুন্দৰ বৰ্ণনাৰ লগে লগে জলক্ৰীড়া, ঋতুবৰ্ণনা, সৰোবৰ আৰু উপবনাদিৰ শোভা বৰ্ণনা কৰা হৈছে। ঠায় বিশেষে মূল সংস্কৃত কাহিনীটোৰ হুবহু অনুবাদো লেখকে দি গৈছে। তলত মূল সংস্কৃত শ্লোক সহ অসমীয়া পদৰ কিছু চানেকি উদ্ধৃত কৰি দিয়া হ'ল।

(১) যথা গুণৱতীং ত্বং হি নান্যো জানাতি তং পুমান।
সৰোজিনী গুণং বেত্তি ভৃঙ্গ এব ন দর্দ্দুৰঃ॥
শুক্লস্য জলদস্যাপি গগনে কস্য নোদয়ঃ।
তথাপি ন ভজেদন্যং বিনা চন্দ্ৰং কুমুদ্বতী॥
(শ্লোক নং ১০৮)

(২) কেচিদ্বদন্তি সা লক্ষ্মীঃ শাপেনাগত্য ভূপতেঃ।
তদীয়ং সৌধমেতর্হি স্বয়মন্তৰধীয়ত॥
মায়াময়ী সা ৰমণী মায়য়া ত্বদ্‌গৃহে স্থিতা
মায়াং স্বীয়াং দর্শয়িত্ব গতেত্যন্যে বদন্তি বৈ॥
কেচিদ্বদন্তি সা কন্যা সৰ্ব্বলক্ষণ সংযুতা
মোহান্মধৰতানীতা সমাগত্য নভঃ পথা॥
বদন্তি চান্যে শক্ৰেণ নীতা সা যদি সুন্দৰী।
আগমিষ্যতি ভূয়োপি ভগবান্ মঘবা যতঃ॥
তন্মুখং চন্দ্ৰৱন্মত্বা বিনিন্দ্যাত্মনাত্মনা।
কেচিদ্বদন্তি চন্দ্ৰেণ নীতা স্বপ্ৰতিপত্তয়ে॥

বদন্ত্যন্যোপি সা কন্যা বাহুণা দীর্ঘবাহুনা
ভ্রাত্ত্যা চন্দ্রযসো গ্রস্তা পূর্ণচন্দ্রনিভাননা
দিগ্‌গজৈর্নলিনীভ্রান্ত্যা প্রফুল্ল কমলাননা
বিষদণ্ডাভহস্তা সা নীতাজ কলিকা কুচা।
কেচিদ্বদন্তি সা স্রষ্ট্রা স্রষ্টুমন্যাং স্ত্রিয়ং নৃপ,
তদ্রূপাদর্শমালোক্য নীতা রূপগুণস্থিতি: ॥
বদন্ত্যন্যে মহীপাল ত্বয়া সর্ব্বদিশো জিতা
কর্পৈর্দেবাঙ্গনা জেতুং সা গতা ত্রিদিবং প্রতি ॥

( ২৮৬-২৯৪ )

(৩) যথ হার্দ্দী পতি ভার্য্যাং তথা নারী ন হার্দ্দিনী।
কুহুবজন্যামপোষা ভৃশং কুমুদিনী হসেৎ
সদ্‌গুণোহপি পতিঃ স্ত্রীণাং সন্তোষায় ভবেন্নহি
রবৌস্থিতেঽপি পদ্মিন্যাং মধুনি ভ্রমরঃ পিবেৎ।
নারীষু সততং চিত্তং বিষ্ণুভক্তিম্বনাদরঃ
শোকৈ: কশ্চিৎ তন্তুভ্যাগস্ত্রিস্‌: পুংসাং বিড়ম্বনা ॥

( ৩২০-৩২২ )

## অসমীয়া অনুবাদ—

(১) ভজিয়ো কামিনী মোক পশিলো শৰণ
মই সে জানিছো তযু ৰূপ গুণগণ ॥
কমলৰ যত গুণ ভ্ৰমৰে জানয়
নজানয় জানা ভাক ভেক সমস্তয় ॥

(২) গুণাকৰ ৰাজা অতি শোকত বিহ্বল।
মন্ত্ৰীগণ মাতি আনি পুছিলা বিকল ॥
কৈক গৈলা সুলোচনা মোৰ প্ৰাণেশ্বৰী।
মোৰ গাৱে অগ্নি দিয়া কৈ গৈলা সুন্দৰী ॥
শুনি মন্ত্ৰীগণে কহিবাক লৈলা কেথা।
অদভূত মহাৰাজ দেখিলোহোঁ কথা ॥
অনেক লোকৰ মাজে আছিলা ডৰাই।
মায়া কৰি তযু কন্যা গৈল কোন ঠাই, ॥
কতো বোলে লক্ষী আসি তযু কন্যা ভৈলা।
কিবা অপৰাধে তযু গৃহ হন্তে গৈলা ॥
কোনজনে বোলে কন্যা মহা ৰূপৱন্তী।
মায়া কৰি অন্তৰ্দ্ধান ভৈলা মহাসতী ॥
অন্যে বোলে তযু কন্যা পৰম সুন্দৰী।
মোহ হুয়া ইন্দ্ৰে আসি নিয়া আছে হৰি ॥
সৰ্ব্বগাৱে যোনি ইন্দ্ৰ তাহাক নভজি।
ফিৰি আসিবেক কন্যা তযু ঘৰে আজি ॥
কতো বোলে চন্দ্ৰ সম কন্যাৰ বদন।
দীৰ্ঘ বাহু মেলি ৰাহু নিলা তেতিক্ষণ ॥
কতো কহে আন কন্যা স্ৰজিবাক প্ৰতি।
পৰম সুন্দৰী দেখি নিলা প্ৰজাপতি ॥
কন্যাৰ লোচন দুই যেহেন কম ।

মৃণাল সমান চাৰু বাহু যে যুগল ॥
দেখি আতি গজপণে নিলা শুণ্ড মেলি ।
ভুঞ্জিবাক লাগি নিলা কমলিনী বুলি ॥

(৩) পুৰুষৰ অনুৰাগ যিমত ভাৰ্যাত।
নাৰীৰ নাহিকে তেন প্ৰীতি পুৰুষত ॥
কুমুদিনী বিয়োগে ভ্ৰমৰে কান্দে ৰাতি।
চন্দ্ৰ ৰশ্মি লাগি কুমুদিনী হাসে আতি ॥
গুণৱন্ত স্বামীত সন্তোষ নাহি বধু।
ৰবি আগে ভৃঙ্গে পিয়ে পদ্মিনীৰ মধু।
নাহি বিষ্ণুভক্তি যাৰ নাৰীতেসে মন ॥
শোকে প্ৰাণে চাড়ে যেহি তিনি বিবৰ্জন ॥

ওপৰৰ উদ্ধৃতিসমূহৰ পৰা পৰিষ্কাৰভাৱে কোৱা যায় অনুবাদকে মূল সংস্কৃত কাহিনীটোৰ আকৰ্ষণীয় সৌন্দৰ্য্যখান ৰক্ষা কৰিছে। অষ্টাদশ শতিকাত ৰচনা কৰা এনে ... বৰ্ণনা আৰু পৰিস্থিতিযুক্ত প্ৰণয় গাথা কেবাখনো অসমীয়া কাব্য আছে।

শিৱশৰ্মা বৰ্ণিত আমাৰ প্ৰকাশিত পুথিত মূল 'ক্ৰিয়াযোগসাৰৰ' আখ্যানটোৰ কঙ্কালটোহে আছে, বাকী সকলো লেখকৰ নিজা সৃষ্টি। দীন দ্বিজই পাঞ্চালী ৰীতিত ৰচনা কৰা ৰূপটো মূলৰ পৰা বেছি আঁতৰি যোৱা নাই। নিজাভাৱে ঠায়ে ঠায়ে বং চৰাইছে যদিও মূল আখ্যানৰ ৰূপবিকৃতি বা পৰিবৰ্ত্তন কৰা নাই। কেৱল ঘটনা পৰম্পৰাৰ অৱস্থা আৰু পৰিস্থিতিক উজ্জ্বল

ন'ইবা আকৰ্ষণীয় কৰিবৰ কাৰণে বৰ্ণনা-বাহুল্যৰ সহায় লৈছে। দীন দ্বিজৰ পাঞ্চলী ৰীতিৰ কাব্যখন মাৰ্জ্জিত আৰু পৈণত হস্তৰ ৰচনা। কিন্তু শিৱশৰ্ম্মা কথিত কাব্যখন কেচা লেখনী প্ৰসূত ৰচনাৰীতিৰ গাম্ভীৰ্য্য নাই, আৰু ঠায়ে ঠায়ে সৰুচিসম্মতো হোৱা নাই। শব্দৰ বাচনি, উপমাদি অলংকাৰৰ সুপ্ৰয়োগৰ অভাৱো লক্ষ্য কৰা য'য়। গ্ৰন্থকাৰ পুৰণি পদ পুথিৰ লগত পৰিচয় থকা এজন অল্পশিক্ষিত গাঁৱলীয়া কৱি যেন অনুমান হয়। ক্ৰিয়া-যোগসাৰৰ মাধৱ সুলোচনা আখ্যানৰ এইটো এটা গ্ৰাম্য সংস্কৰণ।

অনুবাদকে সম্ভৱতঃ মূল 'ক্ৰিয়াযোগসাৰ' আগত ৰাখি এই পুথি ৰচনা কৰা নাই, কাৰণ মূলৰ বৰ্ণনাৰ অলপো প্ৰভাৱ দেখা নেযায়। মূল আখ্যানৰ ঘটনাৰ লগত সাম্য আছে যদিও বৰ্ণনাবোৰ নিজস্ব ৰুচি অনুসাৰে সংস্থাপন কৰিছে। এই বৰ্ণনা-সমূহে সুৰুচিপূৰ্ণ সৌন্দৰ্য্যপিপাসু পাঠকৰ ৰসাস্বাদনত যোগান নধৰে, কিন্তু অল্প শিক্ষিত গাৱলীয়া পাঠকৰ মন যোগাবৰ কাৰণে যথেষ্ট সমল ইয়াত আছে। বৰ্ণনাত স্থানীয় পৰিবেশৰ প্ৰভাৱ ৰাককৈয়ে পৰিছে। নামবাচক বিশেষ্য (যেনে ৰঙনী, চানেই, বানেই, সোণাফুলী, জিকাফুলী, বোনমালা, লাউফুলি, খৰ্গেশ্বৰী ইত্যাদি পদ ৩৬-৩৮) আচাৰ অনুষ্ঠানৰ বিৱৰণত (বিবাহৰ বিৱৰণ চাওক পদ ২২০-২৪০) অসমীয়া গাৱঁলীয়া সমাজৰ প্ৰতিবিম্ব স্পষ্টভাৱে পৰিছে।

আমাৰ প্ৰকাশিত পুথিখনৰ লেখক নামনি অঞ্চলৰ বুলি সহজে ধৰিব পাৰি। 'ৰবা ফুল', 'মায়েৰক ভাগকৰি'. 'মুণ্ডে বাৰি দিয়া মাৰ', 'মাইলেনী', ( মালিনী ), 'এনাই কথাত আমি কন্যা দিব নথো', 'তিৰী ছলি', 'মাৰিবেক কুনি', 'আটাহ', ইত্যাদি খণ্ড বাক্য বা বাক্যাংশৰ প্ৰয়োগ প্ৰচুৰ পৰিমাণে দেখা যায়। সোণাফুলী, জিকাফুলী আদি নামবাচক বিশেষ্যয়ো নামনি অসমৰ প্ৰভাৱলৈ আঙুলিয়াই দিয়ে।

এই পুথিখনৰ ৰচনাৰ কাল সঠিকভাৱে নাপালেও অষ্টাদশ শতিকাৰ শেষভাগৰ ৰচনা বুলি নিঃসন্দেহে কব পাৰি। বিভিন্ন নকলকাৰৰ হাতত পুথিখনৰ পাঠৰ পৰিৱৰ্ত্তন ঘটিছে, শব্দৰ ইফালে সিফালে হৈছে, আৰু ভাষাই আধুনিক গঢ় লৈছে। নকলকাৰৰ হাতত পৰিৱৰ্ত্তন কিছু ঘটিছে বুলি ধৰি ললেও ভাষাৰ অৰ্ব্বাচীনতা ধৰা নপৰাকৈ নাথাকে। পুথিখনৰ ভাষাই এনে প্ৰতীতি জন্মায় যে লেখকে প্ৰাচীন বৈষ্ণৱ সাহিত্যৰ ভাষা সম্পূৰ্ণ আয়ত্ব কৰিব নোৱাৰাৰ কাৰণে কথিত ভাষাক বিসৰ্জ্জন দিব পৰা নাই। অনেক ঠাইত কথিতৰূপে বেয়াকৈ আত্মপ্ৰকাশ কৰিছে। 'খিকিন্দালি কৰি', 'চাৰাচ-চাৰাচ' ( চাৰাইচ ), 'ঘূৰি পকি', 'ফুলৰ গুৱক লাগি', 'ৰঙাফুল'. 'আলি বান্ধি থৈছে নিৰন্তৰ', 'দপদপাই গৈলা', 'ওৰে ৰাতি'. 'অহা-যোৱা', 'ছলস্থূল', 'বন্দুক', ( মাৰয় বন্দুক লক্ষ কোটি ) 'হামখুৰি খাই', 'জিৰাৰৰ ঠাই', 'অকলশৰে', 'ভাবৰা কৰি', 'চাতুক', 'বাপেৰক', কোৱা নাই আমি', 'ধুৱাৰৰ

বেলি' —ইত্যাদি বহুতো অত্যাধুনিক শব্দ আৰু বাক্যাংশই ভাষাৰ অৰ্ব্বাচীনতা প্ৰমাণ কৰে।

কাব্যখন যদিও বৈষ্ণব কাব্যৰ ৰচনাৰীতিৰ আহিত ৰচনা কৰিছে তথাপি ধৰ্ম্মীয় প্ৰভাৱ আৰু ভক্তিভাৱৰ প্ৰাধান্য দেখা নাযায়। ধৰ্ম্মীয় আদৰ্শ আৰু ভক্তিবাদৰ অতি ক্ষীণ প্ৰতিধ্বনি দুই এঠাইত নোহোৱা নহয়; তলৰ উদ্ধৃতিখিনিয়েই তাৰ আভাস দিব :—

'দেখিলা হৰিৰ কেনে অতৰ্ক মহিমা।
ভক্তকতে সুবুজয় হৰিৰ মহিমা।'
স্বধৰ্ম্মত থাকি যদি সংকটে পৰয়।
নাহি কোনো ভয় তাক হৰিয়ে ৰাখয়।
যি থানত গৰ্ব্ব অহংকাৰ যত যত।
নিসজিবে ভক্তি তাৰ জানা সেহিমত॥ (পদ ৩১৫-৩১৬)

কিন্তু জনতাৰ মুখ ৰুচিকৰ কৰিবৰ কাৰণে কামজ, ইন্দ্ৰিয়ালু স্থূল হাস্যৰস আৰু অদ্ভুত—বিস্ময়জনক কথাৰ বৰ্ণনাত লিখকে অধিক মনোনিৱেশ কৰিছে। প্ৰয়াগ মাহাত্ম্য দেখুৱাবলৈ আখ্যান-টোৰ অৱতাৰণা কৰা হল যদিও ঘটনা পৰম্পৰাৰ তথাং বৰ্ণনাৰ সোঁতত গাম্ভীৰ্য্য আৰু আদৰ্শ হেৰুৱাই লিখক উটি গ'ল।

শিৱশৰ্ম্মাই বৰ্ণনা কৰা অ ভট্ট পুৰাণ নামৰ মাধৱ সুলোচনাৰ আখ্যানটোতও মূল পৌৰাণিক পাত্ৰসমূহৰ ব্যৱহাৰ আৰু প্ৰকৃতি পৰিবৰ্ত্তন হোৱাৰ লগে লগে নামৰো পৰিবৰ্ত্তন ঘটিল। দীন

দ্বিজৰ কাহিনীটোত চৰিত্ৰসমূহৰ নামৰ কোনো পৰিবৰ্ত্তন ঘট . . । কিন্তু আনটো কহিনীত মূলৰ বিক্ৰমদেৱৰ ঠাইত ত্ৰিবিক্ৰম, প্ৰচেষ্টৰ ঠাইত পচাক্ষম, সুলোচনাৰ ঠাইত সুলেচনা, গুণাকৰৰ ঠাইত হেমপদ্ম, গান্ধিনীৰ ঠাইত সুগন্ধা, সুবেণৰ ঠাইত হেমচন্দ্ৰ, বীৰবৰ নামৰ পৰিবৰ্ত্তে বীৰবললৈ ৰূপান্তৰ হয়।

মূল কাহিনীটোৰ ৰূপৰেখা অব্যাহত আছে যদিও সৰুসুৰা ভালেখিনি পৰিবৰ্ত্তন শিৱশৰ্ম্মা কথিত আখ্যানটোত দেখা যায়। মূল আখ্যানত চন্দ্ৰকলা নামৰ সুলোচনাৰ সখীয়েকৰ পৰা মাধৱে সুলোচনাৰ ৰূপ-যৌৱনৰ বিৱৰণ শুনি অন্বেষণত ওলায়, কিন্তু শিৱশৰ্ম্মা কথিত অসমীয়া সংস্কৰণত মাধৱে বত্ৰিশ লক্ষণীয়া কন্যাৰ অন্বেষণত ঘূৰি ফুৰোঁতে সুলেচনাক দেখা পাই মুগ্ধ হয়। এইদৰে মূল আখ্যানত অসমীয়া সংস্কৰণৰ দৰে প্ৰচেষ্টই ( অসমীয়া পচাক্ষম ) মাধৱক ভাং খুৱা খুৱাই অচেতন কৰা নাই, কিন্তু মাধৱৰ গভীৰ টোপনিত শুই থকা দেখি সুলোচনাক হৰণ কৰাৰ সুবিধা লয়। অসমীয়া সংস্কৰণত বৰ্ণিত হোৱা বিয়াহৰ বৰ্ণনা, বৰ আৰু কন্যাঘৰীয়া পুৰোহিতৰ বিবাদ, মূল আখ্যানৰ কথা নহয়। মূলত গঙ্গাসাগৰ সঙ্গমত তীৰ্থমাহাত্ম্য বৰ্ণনা কৰিবলৈ মাধৱ-সুলোচনাৰ আখ্যান কৰিছে, শিৱশৰ্ম্মা বৰ্ণিত অসমীয়া আখ্যানত প্ৰয়াগ মাহাত্ম্যহে বৰ্ণনা কৰিছে। এনেধৰণৰ সৰুসুৰা বিষয়ত ভালেখিনি পৰিবৰ্ত্তন ঘটিছে যদিও মৌলিক প্ৰভেদ বা পৰিবৰ্ত্তন হোৱা নাই। এই প্ৰসঙ্গত উল্লেখ কৰিব লাগে যে

পুথিখনৰ কোনোটো পাঠৰ নাম অদৃষ্ট পুৰাণ ( যেনে ইয়াত গৃহীত পাঠ ) কোনোটোৰ অভীষ্ট পুৰাণ. ( যেনে বিশ্ববিদ্যালয়ৰটো ) আৰু কোনোটোৰ মাধৱ-সুলোচনা ( হেমচন্দ্ৰ গোস্বামীৰ পাঠ )। আমি বহুত ভাবিচিন্তি চাই পুৰাণৰ নামটোকে ৰখা থিৰ কৰিলোঁ।

শিৱশৰ্ম্মা বৰ্ণিত সম্পূৰ্ণ আখ্যানটোৰ চাৰিটা পাঠ মিলাই চাবৰ সুবিধা হৈছে। যিটো পাঠ প্ৰধান ৰূপে লোৱা হৈছে সেইটো গুৱাহাটী সদৰ মহলীয়া স্কুলৰ প্ৰাক্তন হেড-পণ্ডিত আৰু ৺দুৰ্গাধৰ বৰকটকীৰ অসমীয়া মহাভাৰতৰ সংগ্ৰহ আৰু প্ৰকাশত সহায় কৰোঁতা ৺সহদেৱ গোস্বামীয়ে ১৯৪৫ চনত ডঃ প্ৰফুল্ল দত্ত গোস্বামীয়ে নহিৰা গাৱঁত পোৱা পুথিৰ পৰা নকল কৰি থৈছিল। 'খ' পাঠটো ৺সৰ্বেশ্বৰ কটকীৰ ... পৰা সংগ্ৰহ কৰা সাঁচিপতীয়া পুথিৰ, 'গ' পাঠ ৺মুক্তা... শৰ্ম্মাই চল্লিশ বছৰ মানৰ আগতে প্ৰকাশ কৰা ছপা পুথিৰ ... ঘ পাঠ গুৱাহাটী বিশ্ববিদ্যালয়ত সংৰক্ষিত সাঁচিপতীয়া পুথিৰ পাঠ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পুথিৰ শেষত এইখিনি কথা যায়— "৫ আঘোণ, দ্বিতীয় তিথি, ৰবিবাৰ, অভীষ্ট পু... পদ সমাপ্ত। গ্ৰাম বাধাকুছী। যথাদৃষ্টং তথালিখিতং…… মুণীনাঞ্চ মতিভ্ৰমঃ। শুদ্ধ, অশুদ্ধ বঢ়াটুটা দোষ ক্ষমস্ব পৰমেশ্বৰ। শ্ৰীঅৰ্জুনদেৱৰ পদকমলৰ ভৃত্য শ্ৰীবলৰামদেৱৰ আজ্ঞায়ে, সমস্ত-সন্তৰ চৰণে কিঙ্কৰ। শ্ৰীসন্তদেৱৰ চৰণে নমো। শ্ৰীগুৰুদেৱৰ

চৰণে নমো।" এই কথাখিনি নকলকাৰৰ কলকাৰ দামোদৰী পন্থৰ মানুহ লোচৰ অৰ্জ্জুনদেৱৰকে আদি দামোদৰদেৱৰ প্ৰধান শিষ্য সন্তদেৱ আৰু বলৰামক নমস্কাৰ জনাইছে। কামৰূপৰ দক্ষিণপাৰৰ নহিৰা সত্ৰ মূলত সন্তদেৱৰ শিষ্য বিষ্ণুদেৱে স্থাপন কৰিছিল বুলি কয়।

পুৰণি পুথি নকলকাৰৰ হাতত পৰি অলপ লৰচৰ হয় বুলি এটা ধাৰণা আমাৰ বহুতৰে আছে। কিন্তু এই সাল-সলনি কিমানদূৰ হব পাৰে বা কি ধৰণৰ হয় সেই বিষয়ে স্পষ্ট ধাৰণা সম্ভৱ বহুতৰ নাই বৰ্ত্তমান পুথিৰ বিভিন্ন পাঠত নকলকাৰৰ স্পৰ্শ লাগি যি সালসলনি হৈছে তাৰ কিছু আভাস তলত উদ্ধৃতি কেইটাই কিছু আভাস দিব।

ক পুথি :— যত্ন কৰি দিয়া তাঙ্ক বহিবাৰ ঘৰ।
বলৰ প্ৰমাণ বোঝো গাৱৰ ইহাৰ ॥
গধূলি সময় ভৈলে হৈবা সাৱধান।
বাঁৰ কাচে কাচি সৱে হুয়োক যতন ২৭৭

খ পুথি — যত্ন কৰি দিবা তাঙ্ক বহিবাৰ ঘৰ।
বিলম্ব নকৰি সবে যায়োক সত্তৰ ॥
বলবন্ত পুৰুষৰ বুজো তাৰ মন।
চাৰিদণ্ড ভৈলে সবে হৈবা সাৱধান ॥

ঘ :— মন্ত্ৰীসকলক ৰাজা দিলন্ত উত্তৰ।
বিচিত্ৰ কৰিয়া দিয়া বহিবাৰ ঘৰ ॥

বীৰবল কুমাৰৰ বুজো হুভমান ।
গধূলিকা ভৈলা সবে হুয়ো সাৱধান ॥

ওপৰৰ তিনিটা উদ্ধৃতিৰ ভিতৰত কাব্যগুণৰ ফালৰ পৰা বাচিবলৈ বিশেষ একো নাই। অৰ্থৰ ফালৰ পৰাও যেই সেই এটা ললেই হয়। ইয়াৰ ভিতৰত কোনটো মূল গ্ৰন্থকাৰৰ পাঠ বাচি উলিয়াও টান। যদি গ্ৰন্থকাৰৰ উদ্ভৱৰ সময়, জন্মস্থান আদি সঠিকভাৱে জনা থাকে তেন্তে হয়তো ভাষাৰ প্ৰয়োগৰ ফালে দৃষ্টি ৰাখি মূলপাঠ নিৰ্ণয় কৰিব পাৰি। যি গ্ৰন্থৰ ওপৰত পাঠকৰ অশেষ শ্ৰদ্ধা আৰু ভক্তি থাকে সেই গ্ৰন্থৰ পাঠ লৰচৰ কৰিবলৈ নকলকাৰে সাধাৰণতে সাহ নকৰে। কীৰ্ত্তন বা নামঘোষাৰ পাঠ বিকৃতি বেচি ঘটা নাই এই কাৰণেই। যি পুথিৰ জন্ম বৃত্তান্ত ঠিক নাই, গ্ৰন্থকৰ্ত্তাৰ স্থান কাল জানিব পৰা নাযায় যি পুথিত লৌকিকতাৰ চাপ বেচি আৰু যি পুথি ঐতিহাহীন সেই পুথিয়েই নকলকাৰৰ হাতত বিকৃত হোৱাৰ সম্ভাৱনা বেচি বহুতো ক্ষেত্ৰত নকলকাৰে মূল পুথিৰ শব্দ পৰিৱৰ্ত্তন কৰি স্থানীয় শব্দ আৰু ঠাচ সুমুৱাই দিয়ে। উদাহৰণ স্বৰূপে উজনি অসমৰ এজন নকলকাৰৰ হাতত নামনি অসমৰ গ্ৰন্থকাৰে ৰচনা কৰা পুথিৰ শব্দ পৰিৱৰ্ত্তন হোৱা একো আচৰিত নহয়। কেতিয়াবা নকলকাৰে মূল পুথিৰ চন্দৰ শ্ৰুতি-সাম্য বা শ্ৰুতি মাধুৰ্য্য বৃদ্ধি কৰিবৰ কাৰণে নাইবা অৰ্থ পৰিষ্কাৰ কৰিবৰ কাৰণে শব্দৰ ক্ৰম আগপিছ কৰি দিয়ে। উদাহৰণ স্বৰূপে—

ক—পুথিৰ "হেন শুনি তবত উঠিলা কন্যাগণ।
তব উঠি গাৱে গাৱে সলালে বসন।
ওপৰুক্ত পংক্তি দুটা "খ" পুথিত এনে দৰে পোৱা যায়।
হেন শুনি কন্যাগন উঠিলা তেখন।
তীৰে উঠি বচন পিন্ধিলা জনে জন॥

এনে ধৰণে নকলকাৰৰ হাতত পুথিৰ লঘচৰ হয়। নকলকাৰৰ ভাষাজ্ঞান, কবিত্ব শক্তি আৰু ছন্দবোধ থাকিলে ৰচনাৰ উন্নতিও হব পাৰে। কিন্তু নকলকাৰ ওপৰুক্ত বিষয়ত দুৰ্ব্বল হ'লে ৰচনাৰ অৱনতিও ঘটে। *এইপাঠৰ লগত বিজাৰৰ সুবিধা কৰি পৰিশিষ্টত হেমচন্দ্ৰ গোস্বামীৰ পাঠ সংযোগ কৰি দিয়া হ'ল।

*এই পাতনিৰ অধিক অংশ "Gauhati University Post—Graduate Students' Journal, Vol IX, Spring Issue (1956)"ত "পুৰণি অসমীয়া প্ৰথম কাব্য এখন" —এই নামত প্ৰকাশ হৈছিল।

# মাধৱ-সুলোচনা কাব্য

শ্ৰীকৃষ্ণায় নমঃ ॥

জয় জয় কৃষ্ণ পাৱে কোটি নমস্কাৰ।
অদ্ভুত পুৰাণ কথা কৰিবো প্ৰচাৰ ॥
শিক[১] শৰ্ম্মা নামে ঋষি পূৰ্ব্বত আছিল।
ভাৰ্য্যাৰ আগত তেওঁ বাক্য প্ৰচাৰিল ॥১॥
প্ৰভাস সমান তীৰ্থ সংসাৰত নাই।
যিটো ফল মাগে তাত সেহি ফল পায় ॥
মহা ফল মহাভক্তি যেই ইচ্ছা কৰে।
সবাকো সাধিবে পাৰে প্ৰভাসৰ তীৰে ॥২॥
ভাৰ্য্যায়ে সহিতে ঋষি কহে যিতো ঠাই।
তহিতে আছন্ত যুধিষ্ঠিৰ মহা ৰাই ॥
ঋষি মুখে শুনি পাচে প্ৰভাসৰ কথা।
কাকুতি কৰিয়া যাই পুছিলন্ত তথা ॥৩॥

---

১। ও গ—মৈৰা শৰ্ম্মা

নমো নমো মুনিৰাজ তুমি মহাঋষি।
প্ৰভাস তীৰ্থৰ কথা কহিয়ো হৰিষি ॥
গঙ্গা গয়া কাশী আদি তীৰ্থ যত যত।
সবাকে সাধিবে পাৰে এহি যে থানত ॥৪॥
প্ৰত্যেক ফল কেনে পাৱে প্ৰভাসত।
অনুগ্ৰহ আছে যদি কহিয়ো আমাত ॥
ৰাজাৰ স্তুতিত তুষ্ট ভৈলা মুনিবৰ।
স্বৰূপ পুছিলা তুমি ধন্য নৰেশ্বৰ ॥৫॥
সবাত উত্তম তীৰ্থ প্ৰভাসৰ থান।
সাগৰ সহিতে তৈতে ভৈলেক সংগম ॥
এহি বুলি শিব শৰ্ম্মা মহা ৰঙ্গ ভৈলা।
অদৃষ্ট পুৰাণ পদ কহিবাক লৈলা ॥৬॥
চিত্ৰপুৰী নগৰত ত্ৰিবিক্ৰম ৰাজা।
পুত্ৰৱতে পালয় যতেক আছে প্ৰজা ॥
যাৰ পুত্ৰ মাধৱ বিক্ৰম বীৰ বৰ।
এহি দুই কুমাৰ প্ৰচণ্ড ধনুৰ্দ্ধৰ ॥৭॥
বীৰবলৰ কথা এৰে পাছ কৰি থওঁ।
প্ৰথমতে মাধৱ বিক্ৰমৰ কথা কওঁ ॥
বত্ৰিশ লক্ষণ ভৈলা মাধৱ বিক্ৰম।
নাপাইলা পিতৃ তাৰ কন্যা তাৰ সম ॥৮॥

---

৬। ২ সংগম—মূলত আছিল—সংগ্ৰাম; গ পুথিতো সংগ্ৰাম।
৬। ৩ গ—বৈৰা শৰ্ম্মা

তাৰ সম কন্যা চাই কতো নাপাইলেক ।
ত্রিবিক্রম ৰাজা কুমাৰক বুলিলেক ॥
তোৰ সম কন্যা বাপু নাপালো বিচাৰি ।
আপুনি বিচাৰি বাপু আনিয়ো কুমাৰী ॥৯॥
আপুনি বিচাৰা বাপু ভাল আছে যত ।
অঙ্গীকাৰ কৰিলোহো আনি দিবো সত্য ॥
পিতৃৰ বচন শুনি মাধৱ বিক্রম ।
পৰিয়া কৰিলা যাই পিতৃক প্রণাম ॥১০॥
শুনা পিতৃ আমাৰ বচন স্বৰূপত ।
আজ্ঞা কৰা চাওঁ তেবে চাৰিয়ো দিশত ॥
ত্রিবিক্রম ৰাজা শুনি পুত্রৰ বচন ।
সাদৰে দিলন্ত তাৰ মুখত চুম্বন ॥১১॥
আমাৰ বচনে চলি যায়োক এখনে ।
কৈতৰা আছয় কন্যা বত্রিশ লক্ষণে ॥
তোৰ ৰূপ গুণ বাপু কহন নাযায় ।
তোমাৰ সদৃশ কন্যা পাইবা কোন ঠাই ॥১২॥
তথাপিতো কহোঁ বাপু তোমাৰ আগত ।
বিচাৰি ফুৰিবা তুমি চাৰিয়ো দিশত ॥

৯। ৩-৪, ঘ-তোৰ সম কন্যা নাই সংসাৰ ভিতৰে
আপুনি বিচাৰি বিহা কৰিয়ো সত্তৰে ।
১১। ৪, ঘ-সত্তৰে আনিয়া মুখে দিলন্ত চুম্বন ।

চাৰিয়ো দিশত বাপু ভাল কৰি চাবা।
কন্যাক নাপালে বাপু ঘৰক নাসিবা ॥১৩।
পিতৃৰ প্ৰচণ্ড বাক্য শুনিয়া কুমাৰে।
কন্যাক নাপালে মই নাসিবোহো ঘৰে ॥
এহি বুলি পিতৃ পাৱে কৰিলা সেৱলি।
বিদায় মাগিয়া লৈলা চৰণৰ ধূলি ॥১৪॥
শৰীৰত অলঙ্কাৰ আছে যত যত।
সবাক খসাই দিলা পিতৃৰ হাতত ॥
প্ৰথমতে উত্তৰ দিশক লাগি যাই।
নৃপতিৰ ঘৰে ঘৰে ফুৰিলেক চাই ॥১৫।
উত্তৰ দিশত কন্যা বিচাৰি নাপাইলা।
তাত পাচে পশ্চিম দিশক লাগি গৈলা ॥
পশ্চিম দিশত কথা নাপাইলা বিচাৰি।
পাচে যায় প্ৰবেশিলা বৰুণৰ পুৰী ॥১৬॥
দেব কন্যাগণ তাত আছে অসংখ্যাত।
বত্ৰিশ লক্ষণ কন্যা নাহিকে তাহাত ॥

---

১৩। ১-২ গ, ভৱাপিতো বোলো বাপু তোমাৰ আগত।
বিচাৰি ফুৰিছোঁ বাপু চাৰিও দিশত ॥
১৪। ১-২, ঘ প্ৰচণ্ড বচন শুনি পিতৃৰ কুমাৰ।
কন্যা চাহিবাক গৈলা দিশ দিশন্তৰ ॥
১৫। ৩-৪, ঘ—প্ৰথমতে উত্তৰ দিশক চলি গৈলা।
নৃপতিৰ ঘৰে ঘৰে কন্যাক চাহিলা ॥

ৰূপে সম নোহে সূৰ্য্য সম জ্যোতি কৰে।
বত্ৰিশ লক্ষণে কন্যা নাহিকে তাহাৰে ॥১৭॥
এক এক কন্যা আছে ভুবন মোহিনী।
তথাত লক্ষণ নাই নিষ্ট কৰি জানি ॥
পশ্চিম দিশতো কন্যা বিচাৰি নাপালা।
তাৰ পাচে দক্ষিণ দিশক লাগি গৈলা ॥১৮॥
কালপুৰী সঞ্জয়নী ফুৰি ঠাই ঠাই।
দক্ষিণ দিশত কন্যা বিচাৰি নাপাই ॥
দক্ষিণ দিশত গৈয়া সাগৰৰ তীৰে।
তথাত বসিয়া গুণিবাক লৈলা বীৰে ॥১৯॥
কিনো মোক বিধতাই লেখিলা দুখী কৰি।
তিনিয়ো দিশত কন্যা নাপালো বিচাৰি।
এহি বুলি মনে পাচে কৰিলন্ত মৰ্ম্ম ॥
হেট মাথে বসিলেক মাধৱ বিক্রম ॥২০॥
তথাত বসিয়া বীৰে গুণন্ত আৰৱ।
কন্যা চাই তিনি দিশে নাপাইলা কুমাৰ ॥
এতেকতে গৈয়া ৰবি অস্তগত ভৈলা।
গুণন্তে গান্থন্তে সিটো ৰাত্ৰি বহি গৈলা ॥২১॥

---

১৭। ৩, ঘ, ৰূপে সম নাহি চন্দ্ৰ জোতি সমসৰ।
১৮। ১, খ—উত্তৰ দিশত পাচে কন্যাক নাপাইলা।
১৯। ১, গ—কালপুৰি সপ্তাতি ফুৰিল ঠাই ঠাই।
২০। ৩, গ—মৰ্ষ
ঘ—মৰ্ম্ম
২১। ১-২, তথাতে বহিলা বীৰ শ্ৰান্ত হয়া বৰ
তিনি দিশে কন্যা নাই মোক সমসৰ ॥

প্ৰভাতে উঠিয়া ত্ৰিবিক্ৰমৰ নন্দন ।
জলত নামিয়া পাচে কৰিলেক স্নান ॥
নিত্য কৰ্ম্ম কৰিলেক নামিয়া জলত ।
তীৰত উঠিয়া পাচে গুণন্ত মনত ॥২২॥
কৈক যাইবো বুলি মনে নাপান্ত উপায় ।
হাৰাশান্তি হৈলা পাচে কন্যাক নাপায় ।
মাধৱ বিক্ৰম পাচে উঠি আসিলন্ত ।
পূব দিশে যাই পাচে কন্যাক চাহন্ত ॥২৩॥
পৰ্ব্বত গহ্বৰ মানে চাৰে ঘূৰি ফুৰি ।
পাচে যাই প্ৰবেশিলা অম্ৰাৱতী পুৰী ॥
দেৱ কন্যাগণক দেখিলা নিৰন্তৰে ।
বত্ৰিশ লক্ষণে কন্যা নাপালা কুমাৰে ॥২৪॥
অম্ৰাৱতী পুৰীত কন্যা নাপালা বিচাৰি ।
পাচে দেখিলন্ত যাই তীৰে অপেশ্বৰী ॥
তীৰে অপেশ্বৰীক কুমাৰে চাইলা গুণি ।
ৰূপত সবাকো যেন দেখে একেজনী ॥২৫

---

২২ । ৪ ঘ, পাৰত উঠিয়া
২৩ । ১, ঘ কেনি যাওঁ বুলি পাছে নপান্ত উপায় ।
২৪ । ২, ঘ— দেৱৰ নগৰী
২৫ । ঘ, অম্ৰাৱতী পুৰে কন্যা নপাইলা বিচাৰি ।
পাছে যাই দেখিলেক তেৰ অপেচৰী ।
তেৰ অপেচৰীক কুমাৰে পাইলা মণি ।
ৰূপত অপনি দেখিলেক মহাৰানী ॥

সূৰ্য্যৰ মণ্ডল প্ৰকাশন্ত যেন ৰূপে।
তীৰে অপেশ্বৰী যেন তেজময় স্বৰূপে॥
দুই পাৰি দশন যে মুকুতাৰ শাৰী।
সুপক্ক ডালিম্ব যেন বুকে আছে আৰি ॥২৬॥
বণ্ডিত দুই বাহু বাম কল উৰু।
মধ্য দেশ দেখি যেন হৰৰ ডম্বৰু॥
তপ্ত সুৱৰ্ণৰ বৰ্ণ ৰূপে যেন জ্বলে।
অতি লয়লাসে হংস গমনে যে চলে ॥১৭॥
আতি সুলক্ষণী সবে ৰূপে চমৎকাৰ।
স্বৰ্গত নাহিকে কন্যা তান সমসৰ॥
ইন্দ্ৰে যাত মুগ্ধ হুয়া থাকে মন মজি।
হেন কন্যাগণ ৰূপে যেন আছে গজি ॥২৮॥
ৰূপে ৰূপৱতী যেন চিত্ৰৰ পুতলি।
স্বল্প হাসি হাসে যেন মেঘত বিজুলি॥
হেন কন্যা দেখিলে মুনিৰ মন টলে।
নাহিকে তাহান সম ইতো ৰবিতলে ॥২৯॥

---

২৬। ৩ ঘ. দুই পাৰি দান্ত যেন মুকুতাৰ পাতি।
২৭। ১, খ ঘ. লম্বিত যে দুই বাহু ...
২৭। ৩-৪, খ তপ্ত সুৱৰ্ণক জিনি দেহৰ বৰণ।
অতি লয়লাসে চলে হংসৰ গমন॥
২৭। ঘ, তপ্ত সুৱৰ্ণৰ বৰ্ণ শৰীৰৰ কান্তি
আতি লয়লাস কৰি ৰাজহংস গতি।
২৮ নং পদৰ দ্বিতীয় শাৰী ঘ পুথিত নাই।

মাধৱ বিক্ৰমে ফুৰিলেক চাই চাই।
ত্ৰিভুৱনে চমৎকাৰ হেন কন্যা নাই॥
সমীপক যাই কন্যা কৰিলেক মন।
নাহিকে স্বৰ্গত কন্যা বত্ৰিশ লক্ষণ ॥৩০॥
আপোনাৰ ৰূপ পাচে চালে মন কৰি।
একোজনী নেদেখিলা আপোনাৰ সৰি॥
মাধৱ বিক্ৰমে বোলে কিনো ভৈলা মনে।
স্বৰ্গত নাহিকে কন্যা মোহোৰ সমানে ॥৩১॥
অমৰাৱতী এৰি গৈলা মন দুখ কৰি।
পাচে প্ৰবেশিলা মনে জাম্ববতী পুৰী॥
জাম্ববতী পুৰে হেমপদ্ম নৰেশ্বৰ।
কন্যাৰ নিমিত্তে গৈলা তাসম্বাৰ ঘৰ ॥৩২॥
জাম্ববতী নগৰক দেখি লাগে ডৰ।
চৌভিতি আছয় পন্থ ষোল প্ৰহৰৰ॥
চাৰিখান দ্বাৰ আতি দেখি মনোহৰ।
কপাট লগায়া আছে শুদ্ধ সুবৰ্ণৰ ॥৩৩॥

৩০ । ৪,—ঘ, স্বৰ্গত = ভাৰত । ঘ পুথি ।
৩২ ২, গ—যশমতি পুৰে ; খ—যশৱতী পুৰে ; ঘ - যশৱতী
৩৩ । গ—যশমতি নগৰক দেখি লাগে ভয়।
ষোল প্ৰহৰৰ পন্থ চৌভিতি আছয়।
চাৰিখান দ্বাৰ তাৰ দেখি মনোহৰ।
কপট লগাই আছে শুদ্ধ সুৱৰ্ণৰ।
ঐ ঘ—চাৰিখান দ্বাৰ আছে দেখি মনোৰম
চাহি থাকো কৰে যেন দেখিতে উত্তম

গাছ মাছ লেখি আছে চাৰি দুৱাৰত ।
চাহন্তে চক্ষুত যেন লাগয় চমক ॥
চাৰি গোট ৰাজআলি দেখি মনোৰম ।
পূৰ্ব্বত প্ৰবন্ধে গঢ়ি আছে বিশ্বকৰ্ম্ম ॥৩৪॥
আছে পুষ্কৰিণী নদী তাৰ কাষৰত ।
সুবৰ্ণৰ হাল-পাট চাৰি দুৱাৰত ॥
তাতে বিশ্বকৰ্ম্মে এক আলি বান্ধি আছে ।
মাধব বিক্ৰমে তাক দেখিলেক পাছে ॥৩৫॥
তাহাৰ ভিতৰে বসি আছে মন কৰি ।
কন্যাগণ আসে সবে দেখে শাৰী শাৰী ॥
সুভাগিনী দুৰ্ভাগিণী আৰু ৰূপৱতী ।
চন্দ্ৰা নিৰুপমা প্ৰভাৱতী ভদ্ৰাৱতী ॥৩৬॥
কালিন্দুতী চন্দ্ৰাৱলী মোহিনী ৰাতুলী ।
অঞ্জনী খঞ্জনা শীতোৰিতা যে চণ্ডালী ॥
মেঘেনী, ৰতনী সোণাফুলী ভদ্ৰাম্বৰী ।
শ্যামকালা জিকাফুলী আৰু মহেশ্বৰী ॥৩৭॥

---

৩৫। ২, ঘ— সুবৰ্ণৰ হালপাট চাৰিও পাৰত ।
৩৬। ২, ঘ— কন্যাগণ পৃথুৰীক আসে শাৰী শাৰী ।
৩৬, ৩৭। গ—সুভাগী দুৰ্ভাগী আৰু সিতো ৰূপৱতী ।
চন্দ্ৰানী ৰূপনী প্ৰভা অতি ভদ্ৰাৱতী ॥
কালধৃতি চন্দ্ৰাৱলি মোহনী ৰাঙলী ।
অঞ্জনী সঞ্জনী চিত্ৰৱতী যে ছাওৰী ॥
মেঘনী ৰাতুলী সণাফুলী ভদ্ৰাচাৰী ।
শ্যামাকালী বিকাফুলী আৰু মহেশ্বৰী ॥

গাৱে গাৱে লৈছে সবে কাষত কলসী ।
এহিমতে কন্যাগণ চলয় আলোচি ॥
আগে পাছে দশোদিশে চাৰিয়ো কাষত ।
সুলোচনা কন্যা যায় সবাৰো মাজত ॥৩৮॥
পাত্ৰৰ ঝিয়াৰী সুধৰ্ম্মায়ে সমে সখি ।
গমনত দুইকো যেন ৰাজহংস দেখি ॥
ছত্ৰ লাগি মাধৱ বিক্ৰমে আছে চাই ।
একে ৰূপে গুণে দেখে কন্যা অৰ্ব্ব দাই ॥৩৯॥

৩৮।৪। গ—ফুলেছ না কন্যা ; পিচত ঠায়ে ঠায়ে ফুলেচনা
৩৫-৩৮। ঘ—সুভাগী দুৰ্ভাগী আৰো ৰতি মতি ৰামা ।
চন্দ্ৰানী বন্দনী প্ৰভাৱতী ৰাৰ নামা ॥
ভংগী ভঞ্জনী আৰু এহি দুই জনী
সীধুতী চন্দ্ৰাৱলী মোহনী ৰমণী ॥
ৰতনী পতনী .... আৰো মহেশ্বৰী
থানেশ্বৰী ফুলেশ্বৰী আৰু ধনেশ্বৰী ॥
মন্দাৰী অঞ্জনী সয়ে ৰূপে বিদ্যাধৰী ।
চানেই ৰানেই জিকাফুলী পাটেশ্বৰী
ৰামাকামা সোণাফুলী আৰু লাউফুলী ।
তাহাক চাহন্তে যেন হৰে বিয়াকুলী
নাগেশ্বৰী ৰূপাফুলী আৰু বোনমালী ।
ভন্ত্ৰাজায়ো খৰ্গেশ্বৰী যেন চন্দ্ৰাকাল ॥
সকত আসয় কন্যা এক অৰ্ব্বুদাই
তাহান সমস্ত গুণ কহন নাযায় ।
এহি মতে কন্যাগণ যায় ৰঙ্গ আনি
সবাৰ পাছত যায় আৰু ফিচাফুলী ।
আগে পাছে কন্যাগণ চাৰিও পাৰত
সুলক্ষণা কন্যা যায় সবাৰ মাজত ॥
৩৯। গ—ফুলেচানা কন্যা ; খ— ফুলেচনা

একো একো কন্যা আছে ৰূপে চমৎকাৰ ।
সূৰ্য্য সম জ্বলে যেন বস্ত্র অলঙ্কাৰ ॥
মাধৱ বিক্রমে দেখি বিস্ময় মন ভৈলা ।
কোন ভাল কোন মন্দ চিনিবাক নৈলা ॥৪০॥
কন্যাগণ হংসৰ গমনে যায় চলি ।
পুখুৰীৰ পাৰ যাই পালে কত বেলি ॥
কাষৰ কলস থৈলা পুখুৰী পাৰত ।
সুলোচনা সূৰ্য্যা যেন সবাৰো মাজত ॥৪১॥
ৰূপাৰ ভৃঙ্গাৰ লৈছে সুধৰ্ম্মা হাতত ।
সুলোচনা লৈছে স্বৰ্ণ ভৃঙ্গাৰ কাষত ॥
দেখিতে বিস্ময় মনে ৰূপে চমৎকাৰ ।
ত্রিভুবনে নেদেখিলো এনয় ভৃঙ্গাৰ ॥৪২
টক লাগি মাধৱ বিক্রমে আছে চাই ।
ভৃঙ্গাৰ সহিতে কন্যা চিনন নাযায় ॥
বাম হাতে সোণাৰ ভৃঙ্গাৰ আছে ধৰি ।
হাতকে দেখয় যেন সোণাৰ ভৃঙ্গাৰি ॥৪৩॥
মাধৱ বিক্রমে পাছে কৰিলেক মন ।
সুলোচনা কন্যা দেখে অতি সুলক্ষণ ॥
শৌচ কৰি জলত নামিলা কন্যাগণ ।
কন্যা নামি জলে কৰে খিকিন্দালি মন ॥৪৪॥

---

৪০। ৪, গ—কোন গোট ভাল মন্দ চিনিবে নৰিলা ।
৪০। ৪, ঘ—সুলোচনা সুধৰ্ম্মা সহিতে চলি গৈলা ।
কোন গোট কন্যা চিনিবাক নাপাৰিলা ॥
৪১। ৪, ঘ—কাষৰ কলসী থৈয়া পুখুৰী পাৰত ।
আনন্দতে কন্যাগণ নাৰিলা জলত ॥
৪৪। ১ ২, ঘ—মাধৱ বিক্রমে তাক আছে মন কৰি ।
সুলচনা কন্যাক দেখিলা মহাবৈৰী ॥

পুরুষৰ সঙ্গ নাই নাযায় একোজন ।
নির্ভয়ে আনন্দে স্নানে সবে কন্যাগণ ॥
ধৰা-ধৰি লৰা-লৰি কৰে ভঙ্গি ভার ।
শালিকাৰ বৃত্তি কতো জুল্টে ছুই পার ॥৪৫॥
কতো মাছ কতো উদ একে খেদে ভূমি ।
কতো জনী বাল্টি তাতে হোৱে ভার্য্যা স্বামী ॥
হাসি বঙ্গে খিকির্দালি কৰে দিনে ৰাতি ।
ভার্য্যা স্বামী ভারে কতো কৰয় সুৰতি ॥৪৬॥
হংস হুয়া তাতে কতো জলে ক্রীড়া কৰে ।
হংস হুয়া হংসিনীৰ উপৰত চৰে ॥
কতো ৰাত্রি হৈলা বুলি কৰয় শয়ন ।
ভার্য্যাক সারটি ধৰি মাজে ছুইতন ॥৪৭॥
ক্রীড়াত থাকন্তে ৰাত্রি পুহায় তৎকাল ।
উঠা উঠা বুলি সবে উলিয়ারে হাল ॥
মিছাই ৰান্ধয় ভাত পুখুৰী পাৰত ।
ধূলাকে কৰয় চাউল ৰান্ধে যত যত ॥৪৮॥
এহিমতে মিছাই ভুঞ্জায় দধি ভাত ।
কতো তাতে মিছায়ে পেলায়ে চুরাপাত ॥
কতো তাতে মিছায়ে ৰান্ধয় ধূলা ঘৰে ।
কতো তাতে সর্ব্বৰ থৈয়া মিছা চুৰি কৰে ॥৪৯॥

---

৪৫। ১, গ—পুৰুষৰ সকাৰে নাৰাই একোজনী ।
ঐ.। ঘ—পুৰুষৰ সঙ্গ নাই জানি কন্যাগণে ।

কতোৰে আয়তী হুয়া কৰে ঝুমাঝুমি।
কতো বিহা কৰে তাতে হুয়া ভাৰ্য্যা স্বামী॥
কতো অগ্নি জ্বালিয়া পাতয় হোম কুণ্ড।
ব্ৰাহ্মণ সকলে বেদ পঢ়ে খণ্ড খণ্ড ॥৫০॥

বিহা বিসৰ্জ্জনে পাচে মিত্ৰ ঘট ধৰে।
বেহুক ফুৰাই নিয়া পাশা খেলায় ঘৰে॥
এহিমতে আছে কন্যা একপৰ মান।
পুনৰপি জলত নমিলা কন্যাগণ ॥৫১॥
আঝুৰা আঝুৰি কন্ত্ৰে ধৰয় বুকত।
কতো মাছ খোৰে তাতে উদ গোৰে কত॥
আনন্দে নধৰে হিয়া কৰে ভঙ্গি ভাৰে।
কতো কতো বস্ত্ৰ পেলাই অঙ্গ দেখুৱাৰে ॥৫২॥

ভৈলা কামে জৰ্জ্জৰিত কৰয় উন্মাদ।
কুহু কুহু কৰিয়া যে কোকিলে পাৰে নাদ॥
কন্যা সকলক চাই মাতে সুলোচনা।
বস্ত্ৰক খসাইয়া উলঙ্গট হুৱা কন্যা ॥৫৪॥

---

৫০-৫১। খ—কতো তাতে সৰ্ব্বৰক নেই চুৰি কৰি
কন্তে ভয়ে ত্ৰাসে থাকে কতোহো সুন্দৰী
কতোহো আয়তী হয়া জোকাৰ পাৰিলা
কতোহো ব্ৰাহ্মণ হয়া হোম আৰম্ভিলা। ৫০
ব্ৰাহ্মণ সকলে বেদ পঢ়ে অবিচ্ছেদ।
আসা তোমাসাক দান কৰো আশীৰ্ব্বাদ।
বৰকন্যা দুয়োকো বোলে হয়োক সুমতি।
আমাসাৰ বৰে হোক হৰগৌৰী কান্তি। ৫১
বিবাহন্তে কতো তাতে ধৰে মিত্ৰঘট।
বেহেক ফুৰাই পাশা নেই কলঘট।

এহিমতে কন্যা সকলক বোলে বাক।
বস্ত্ৰৰ অঞ্চলে মছে আপোনাৰ গাক ॥
সুধৰ্ম্মা বোলয় সবে নাৰীৰ সমাজ।
বস্ত্ৰক এৰিলে তাত আছে কোন লাজ ॥৫৫॥
সুলোচনি বোলে সখি কথা বুজা তত্ত্ব।
আছয় সুৰুষ জানা আমাৰ মাজত ॥
আকাশত চন্দ্ৰ সূৰ্য্য আছে দুই ভাই।
সৃষ্টিৰ কাৰণে তাৰা দুই আছে চাই ॥৫৬॥
দেৱত উত্তম দেৱ আছে স্বৰ্গ পুৰে।
নিশ্চয়ে জানিবা ' তেহে পিতৃ সমসৰে ॥
সি সবো পুৰুষ বুলি জানিবা নিষ্ট কৰি।
ঈশ্বৰ পুৰুষে আছে জগতকে যুৰি ॥৫৭॥
আৰু অৰণ্যত পুৰুষ আছে যত।
বিচাৰত পুৰুষ বুলি বন লতা যত ॥ •
আৰু জল জন্তু আছে এহি জল যুৰি।
সি সবো পুৰুষ বুলি জানিবা নিষ্ট কৰি ॥৫৮॥

৫৫। ঘ—কন্যাসকলক চাই বোলে সুলোচনা।
বস্ত্ৰক এসাই উলঙ্গ ভৈলা কেনে ॥
এহিবুলি কন্যাসকলক বোলে বাক্য।
বস্ত্ৰৰ আঞ্চলে ঢাকা আপুনাৰ গাক ॥
সুধৰ্ম্মায়ে বোলে শুনা নাৰীৰ সমাজ।
অঙ্গক ঢাকিবে লাগি বোলাহা কি কাজ ॥

৫৮। ঘ—এহি অৰণ্যত আছে পুৰুষ যত জন্তু।
অৰ্দ্ধেক পুৰুষ নাৰী আবে বুজা তত্ত্ব ॥
সবাক সম্বুধি সুলোচনা বৰ নাৰী।
এহ্নয় বচনে বোলে বিষ্ণু হৰি হৰি ॥

আৰু সৱ এই বৃত্তি বুলিবাক পাৰি।
সবাতে আছয় যেবে পুৰুষ যে নাৰী॥
কুম্ভ দুই দেখি কেনে বুলিবেক ভাল।
পুৰুষ ভৈলেসে জানা ছাৱে কি কমল॥৫৯॥
তাকে জানি সখি তুমি বুলিয়োক সম।
ভাগে ভাগে আছে জানা সবাৰে সংযম॥
মাধৱ বিক্রমে বৃক্ষতলে আছে চাই।
কিনো অগ্রগণী কন্যা জানিলো নিশ্চয়॥৬০॥
চাবাচ চাবাচ কন্যা জানিলেক তাই।
এইৰ সমান কন্যা পৃথিবীত নাই॥
ইহান সমান তর্ক নাজানয় আনে।
আপুনি জানিলো কন্যা বত্রিশ লক্ষণে॥৬১॥
তিমিয়ো দিশত চাহিলোহো থানে থানে।
মাধৱ বিক্রমে পাচে শুণে মনে মনে॥
শুনা তৈতে যিতো কর্ম্ম কন্যায়ে কৰিলা।
মাধৱ বিক্রমে তাকে চাহিয়া আছিলা॥৬২॥
হাসি খিকিন্দালি কৰি কন্যাগণ আছে।
সুলেচনা কন্যা যেরে মাতিলেক পাছে॥
উঠা সবে কন্যাগণ গৃহে চলি যাওঁ।
ভোজনৰ পৰ ভৈলা দধি ভাত খাওঁ॥৬৩॥
হেন শুনি ত্বৰত উঠিলা কন্যাগণ।
তব উঠি গাৱে গাৱে সলালে বসন॥

বসন সলায়া সবে পূর্ব্ব দিশে গৈলা ।
ৰক্তবৰ্ণ ফুল আনি মাথাত পিন্ধিলা ।৬৪।
ভাগৰে পীড়িলা ফুল লৈলা ৰঙ্গা চাই ।
সি বেলা সকলে ভৈলা ৰাতুল পৰাই ॥
এহি মতে আছে তৈতে কন্যাযে সকল ।
মাধৱ বিক্রমে মাতিবাক নাপায় চল ।৬৫॥
সুলেচনা মাতে কন্যা সকলক চাই ।
ৰঙ্গাফুল পিন্ধিবাক মোৰ ইচ্ছা নাই ॥
দক্ষিণ দিশত লৰা ফুল থোপা আছে।
তাক পিন্ধিবাক লাগি চলি গৈলা পাছে ॥৬৬॥
মাধৱ বিক্রমে তাতে বৰ চল পালা ।
ফুলৰ গুৰিক লাগি শীঘ্রে চলি গৈলা ॥
লৰা ফুলৰ পাহিত লেখিলা অনুপম ।
ত্রিবিক্রম ৰাজা পুত্র মাধৱ বিক্রম ॥৬৭॥
তিনিয়ো দিশত চালো কৰি মহা যত্ন ।
পূব দিশে তোমাক যে পালো কন্যা ৰত্ন ॥

---

৫৯।৩-৪ ঘ—তন দুইক দেখি কোনে বুলিবেক ভাল ।
পুরুষে দেখিলে মাত্র চাড়ে কামানল ।
৬২।১, ঘ—তিনিয়ো দিশত চাই ফুৰিলো যতনে ।
৬৪।১-২ ঘ—হেন শুনি কন্যাগণ উঠিলা তেখন ।
তাৰে উঠি বসন পিন্ধিলা জনেজন ।
৬৫।৪ ঘ—মাধবে বিক্রমে মাতিবাক পাইলা চল ।

বত্রিশ লক্ষণে কন্যা তুমি সুলোচনা।
তোমাক নাপাইলে বিহা নকৰোহো কন্যা ॥৬৮॥

সত্যে সত্যে তিনি সত্যে নিষ্ট কৰি বুলি।
ভাৰ্য্যাক নঘটোঁ মানে গৃহে নাযাওঁ চলি ॥
ত্ৰিবিক্ৰম ৰাজাৰ নগৰ চিত্ৰ পুৰী।
তাহান তনয় মোক জানা নিষ্ট কৰি ॥৬৯॥

তোমাৰ আগত মই কওঁ স্বৰূপত।
যাঠিলক্ষ ৰাজা থাটে আমাৰ তলত ॥
এহি বুলি ফুলতে যে লেখিলা কাকত।
মাধৱ বিক্ৰম যাই ৰহিলা তথাত ॥৭০॥

পাচে সুলেচনা কন্যা তৈকে লাগি গৈলা।
সেই ফুলে লেখি আছে তাতে হাত দিলা ॥
সুলেচনা কন্যা বোলে বাক্য যে বিষম।
ত্ৰিবিক্ৰম ৰাজাৰ পুত্ৰ মাধৱ বিক্ৰম ॥৭১॥

তিনিয়ো দিশত কন্যা চালোঁ কৰি যত্ন।
পূব দিশে তোমাক যে পালোঁ কন্যা ৰত্ন ॥
বত্ৰিশ লক্ষণে কন্যা তুমি সুলক্ষণী।
তোমাক নাপালে নিবিহাবোঁ আন জনী ॥৭২॥

---

৭০। ২,৪—একলক্ষ ৰাজা থাটে আমাক সেৱা কৰি।

৭২। ২,৪—পূৰ্ব্ব দিশে.. ...... .. মহাৰত্ন।

সত্যে সত্যে সত্যে বোলো বচন নিষ্ঠুৰ।
ভাৰ্য্যাক নঘটো মানে নাযাওঁ নিজ পুৰ ॥
সুলেচনা কৰন্ত পাচে মনত বিষাদ।
উভয় সঙ্কট আসি মিলিলা প্ৰমাদ ॥৭৩॥
দূৰ হন্তে থাকি সিটো ৰাজাৰ কুমাৰে।
অবাক্য উঠিবে বুলি নামতিলা ডৰে ॥
এহি বুলি মলিন বচনে বুঝাওঁ আক।
অকাৰ্য্য ভৈলেক জানা নাপাবা আমাক ॥৭৪॥
এহি বুলি হেম পদ্ম ৰাজাৰ ঝিয়াৰী।
আহিবাৰ কথা যে লেখিলা যত্ন কৰি ॥
আঠ দিন বিহাক যে আছয় আমাৰ।
আমাক পাইবা কেনে কৰা অঙ্গীকাৰ ॥৭৫॥
হৰি হৰি কিনো কথা পুৰুষৰ মন।
মিছা কথা কহিলে হইবোহো দুৰ্জ্জন ॥
এহি বুলি সুলোচনা মন্ত্ৰণাত কাজী।

---

৭৩ ১-২,ঘ—সত্যে সত্যে বোলো মই বচন নিশ্চয়
ভাৰ্য্যাক নঘটো মই তোমাক নপাই ॥
৭৪। ৩-৪.গ—এহি বুলি ললিত বচনে পঠাওঁ আক।
উভয় সঙ্কট ভৈলে নাপাইবি আমাক ॥
৭৪। ঘ— দূৰত থাকিয়া সটো ৰাজাৰ কুমাৰী
এক কথা কহি পঠাওঁ নাসে যেন ফিৰি।
ললিত বচনে কহি পঠাওঁ ইহাক
অধৰ্ম্মে ছুইবাক যেন নপায় আমাক।

আহিবাৰ কথাক যে ধৰিবোহো আজি ॥৭৬॥
সম্বলা দেশৰ বিদ্যাধৰ নৰেশ্বৰ।
আঠ দিনে বিহা কৰি নিব তাৰ ঘৰ॥
মনোজয় বেগে ঘোৰা তাহাত চৰিবা।
আঠদিন ভিতৰতে আপুনি আহিবা ॥৭৭॥
সুগন্ধা মালিনী আছে নগৰে উত্তৰে।
তুমি থাকিবাহা গৈয়া তাসম্বাৰ ঘৰে॥
এতি বুলি সুলোচনা ফুলত লেখিলা।
তিনি গোটা ফুল পিন্ধি গৃহে চলি গৈলা ॥৭৮॥
সখিগণ সঙ্গে পাচে গৃহে গৈলা চলি।
হংসৰ গমনে গৈয়া বৈলা ৰাজ আলি॥
মাধৱ বিক্রমে গৈয়া চাহিলেক পাছে।
ফুলৰ পাহিত দেখে ভাল লেখি আছে ॥৭৯॥
ফিৰি চাই মাধৱে পত্র খান চাইলা।
পত্র চাই মাধৱেয়ো গৃহে চলি গৈলা॥
কত বেলি পালে গৈয়া আপুন নগৰ।
দণ্ডৱতে পিতৃক কৰিলা নমস্কাৰ ॥৮০॥

---

৭৬। ৪,ঘ—নহৈবাৰ কথা কাজ ধৰিবোহো আজি
৭৭। ‘ – সুবল দেশত……। ঘ—সৌবল দেশত
৭৭। ২,খ—মনোজই বেগে ঘোৰা; গ—মনোজয় বেগে ঘোৰা; বেগে-বেগী; বৰ্ত্তমান পুথিৰ মূলত মনোজৱ আছিল, ইয়াত মনোজয় কৰা হ’ল।
৭৮। ৪,ঘ—তিনি গোটা ফুল চিণ্ডি মাথাত পিন্ধিলা।
৭৯। ১-২,ঘ—সখিগণ……গৈলা। আমন জিমন কৰিবৰনাৰী বৈলা।

ত্ৰিবিক্ৰম ৰাজা যেন আছে সিংহ প্ৰায়।
অতি বঙ্গ ভৈলা পাচে তনয়ক পাই ॥
যেতিক্ষণে পুত্ৰ যাই কৰিলা সেৱলি।
দয়াতৰে পুত্ৰক কোলাত লৈলা তুলি ॥৮১॥
বাপু বাপু বুলি মুখে দিলেক চুম্বন।
মহা প্ৰেম ভাৱে পাচে কৰিলা ক্ৰন্দন
এই কথা মাতৃয়ে শুনিলা অভ্যন্তৰে।
ভিয়ে মূৰ্ত্তি হানিয়া আসিলা তৈৰ পৰে ॥৮২॥
অতি প্ৰেম ভাৱ ভৈলা বাতুল পৰায়।
দুয়ো নয়নৰ নীৰ ধাৰে বহি যায় ॥
গদ গদ মাতে অতি প্ৰেমে শোকাকুল।
গলত ধৰিলা যাই হাকুল ব্যাকুল ॥৮৩॥
পুত্ৰৰ গলত ধৰি কান্দে মহাসতী।
মৌন হয়া কত্তো বেলি থাকিলা নামাতি ॥
কত বেলি উঠি পাচে পুত্ৰ মুখ চাই।
বুলিবে লাগিলা পাচে বচন চুমাই ॥৮৪॥
আসা বাপু ভিতৰক যাওঁ এতিক্ষণে।
আনন্দ কৰিয়া যাই কৰিয়ো ভোজনে ॥
তোৰ কিবা বস্তু নাই পিতৃৰ বশত।
ভ্ৰমিয়া ফুৰিলি বাপু পৰৰ ঘৰত ॥৮৫॥

---

৮১। :-২,ঘ-ত্ৰিবিক্ৰম ৰাজা...... ...সিংহাসনে।
অতি-বঙ্গ.........পুত্ৰ দেখি মনে ॥
৮৩। ৩,ঘ—গদ গদ . ...... শোকে বিয়াকুল। ৩
৮৫। ৩-৪ঘ—তোৰ কিবা বস্তু নাই পিতৃৰ বৰ্ত্তে
ভ্ৰমিয়া ফুৰা বাপু পৰ ঘৰত।

নৃপতি বোলয় পাচে কুমাৰক চাই।
ভিতৰক যাই বাপু দধি ভাত খাই॥
পাত্র মন্ত্রী আসি বাপু পাইবেক সমাজ।
তাহাত পুছিবো বাপু তোমাৰ সি কাজ॥৮৬॥
উঠিয়া পিতৃক পাচে নমিয়া কুমাৰে।
মায়কক আগ কৰি গৈলা অভ্যন্তৰে॥
পাঞ্চ গাইৰ খীৰে কুমাৰক ধুৱাইলেক।
পঞ্চামৃত ষড়ৰসে অন্ন ভুঞ্জাইলেক॥৮৭॥
ভাণ্ডাৰত যত বস্ত্র আছে ভাল ভাল।
বাছি বাছি কুমাৰক বস্ত্র পিন্ধাইল॥
কুমাৰে বোলয় আই শুনিয়ো বচন।
নালাগে তোমাৰ আই ইসব বসন॥৮৮॥
আসিলোঁহো আই এক কথাৰ কাৰণ।
তোমাৰ বচন পালি কৰিলো ভোজন॥
দিয়োক বিদায় মই পিতৃ পাশে যাওঁ।
ৰাজাৰ মেলত যাই নিবেদন কওঁ॥৮৯॥
মাইয়ে বোলন্ত যদি যাস আক বাৰ।
এতিক্ষণে মোৰ মুণ্ড বাৰি দিয়া মাৰ॥
কুমাৰে বোলন্ত পাচে মাকক সম্বোধি।
শুনিয়োক মাই তোৰ ভাল নোহে বুদ্ধি॥৯০॥

---

৮৭। ২,ক—আগ কৰি গৈছু যে নিজৰ অভ্যন্তৰে।
৮৭। ৪,ব—পঞ্চামৃত……ভোজন কৰাইল।
৮৯। ৩,—বিদায়—অনুমতি (বৰপুথি)

তোমাৰ গৰ্ভত জন্মিছোহোঁ যদি মই।
আমি ক্ষত্ৰি জাতি মৱনত কিবা ভয়॥
সবাকে জিনিবে লাগে অকণ্টক কৰি।
তেবেসে তোমাৰ পুত্ৰ জানা নিষ্ঠ কৰি॥৯১॥
যদি মোক সুপুত্ৰ তুলিছা তুমি আই।
মৱনক ভয়ে কেনে থাকিবো লুকাই॥
পিতৃ মেল পাতি আছে বহল সমাজ।
তাসম্বাৰ আগত কহিবো সবে কাজ॥৯২॥
দিয়োক মেলানি মই পিতৃ পাশে যাওঁ।
ৰাজাৰ আগত মই নিবেদন কওঁ॥
কন্যাৰ নিমিত্তে মই ভ্ৰমিলো জগত।
পালো কি নাপালো ৰাজা জানিবে কিমত॥৯৩॥
প্ৰণাম কৰিয়া পাচে মাতৃৰ পাৱত॥ *
বিদায় হইয়া গৈলা মাধৱ তহিত॥
দণ্ডৱতে পিতৃ পাৱে কৰি নমস্কাৰ।
প্ৰণাম কৰিয়া বুলিলন্ত পুনৰ্ব্বাৰ॥৯৪॥
পিতৃৰ সমুখে বৈলা কৰ যোৰে চাই।
পুছিলেক কথা ৰাজা কুমাৰক পাই॥

---

৯১। এই পদ ঘ পুথিত নাই।
৯৪। ঘ—পিতৃৰ চৰণে যাই কৰিলা প্ৰণাম
মাধৱ বিক্ৰম যাই কৰিলা প্ৰণাম।
পুছিলন্ত ৰাজা কুমাৰৰ মুখ চাই
'কন্যাক দেখিলি কিবা কহিয়ো বুজাই॥

কন্যাক নাপাই কিবা আসি আছা ঘৰে।
বিচাৰি ফুৰিলি বাপু সকল সংসাৰে ॥৯৫॥
মাধৱ বিক্ৰমে কহে পিতৃক প্ৰণামি।
চাৰিও দিশত কন্যা বিচাৰিলো আমি ॥
উত্তৰ দক্ষিণ পছিমক চলি গৈলো।
ইতিনি দিশত কন্যা বিচাৰি নাপালো ॥৯৬॥
তাত পাচে পূব দিশে গৈলো দৰাদৰি।
অম্ৰাৱতী পালো গৈয়া দেৱৰ নগৰী ॥
তাৰ যত অপেশ্বৰী ৰূপে বিদ্যাধৰী।
চন্দ্ৰ সূৰ্য্য সম জ্যোতি অতি চমৎকাৰ ॥৯৭॥
তাহাত নেদেখি মই বত্ৰিশ লক্ষণ।
তাসম্বাক বাছি এৰি গৈলো আন আন ॥
ফুৰি ফুৰি বিচাৰিলো বহু যত্ন কৰি।
জাম্বৱতী নগৰক পালো দৰাদৰি ॥৯৮॥
জাম্বৱতী নগৰৰ পালো সিংহদ্বাৰ।
সুৱৰ্ণে বান্ধিছে তাৰ চাৰিয়ো কাষৰ ॥
দিনে ৰাতি নগৰ কৰয় ঝলমল।
সাক্ষাতে দেখয় যেন চন্দ্ৰৰ মণ্ডল ॥৯৯॥

---

৯৮। ঘ-৪, ঘ—ঘূৰিপাকি বিচাৰি আছিলো ভিন্নে ভিন্নে।
তাসম্বাক বাহি মই গৈলো তেতিক্ষণে ॥
৯৮। ৪,গ—যশোমতী নগৰৰ……খ—জাম্বৱতী : ৩২ পদত কিন্তু যশমতী পুৰ আছে। ঘ—যশাৱতী
৯৯। ৩-৪, ঘ—ৰাত্ৰিদিনে ঝলমল কৰয় নগৰ।
চাৰিও কাষত ফুল ফুটিছে বিস্তৰ ॥

পূৰ্ব্বে বিশ্বকৰ্ম্মে যিটো বান্ধিছে নগৰ।
সেহি নগৰত হেম পদ্ম নৰেশ্বৰ ॥
আছয় পুখুৰী তাতে দেখিতে সুন্দৰ।
সুবৰ্ণে বান্ধিছে তাৰ চাৰিয়ো কাষৰ ॥১০০॥
চাৰিয়ো পাৰত ফুল ফুলিছে অপাৰ।
তৈকে লাগি আলি বান্ধি থৈছে সুবৰ্ণৰ ॥
যিজন পুৰুষে তৈকে চাহিবাক যায়।
উগ্ৰদণ্ড কৰে তাৰ্ক অল্প শান্তি নাই ॥১০১॥
তাত নিতে স্নান কৰে কন্যা নিৰন্তৰে।
মদন মনে গৈলো মই দেখিবাক তৰে ॥
বৃক্ষ আৰ হুয়া মই আছিলো কাষৰে।
স্নানিবাক গৈলা তৈকে কন্যা নিৰন্তৰে ॥১০২॥
একো একো কন্যা দেখি সূৰ্য্যৰ সমান।
স্বৰ্গত নাহিকে কন্যা সি সবৰ ঠান ॥
বিচাৰি চাহিলো কন্যা একো একো জনী।
তাহান মাজত কন্যা আছে সুলক্ষণী ॥১০৩॥
প্ৰবন্ধে সবাকো মই চালো কৰি যত্ন।
সবাৰো মাজত সুলোচনা মহাৰত্ন ॥
মুখক মুখে কথা হৈবে চলক নাপালো।
লৰা ফুলৰ পাহিত যে পত্ৰক লেখিলো ॥১০৪॥
তযু পুত্ৰ মোৰ নাম পাহিতে লেখিলো।
প্ৰবন্ধ কৰিয়া ফুল গছতে এৰিলো ॥

১০৩। ১,খ—একো একো কন্যা……ভুবন মোহিনী

ফুল চিঙ্গিবাক গৈলা পিন্ধিবে মাথাত।
প্ৰথমতে যাই সেই ফুলে দিলা হাত ॥১০৫॥
পাহিত আখৰ দেখি গুণিলা মনত।
চিত্ৰপুৰী নগৰক দেখিলে সাক্ষাত ॥
জন্মাইছা মোক তুমি কৰি মহা যত্ন।
কন্যাৰ মাজতো সুলেচনা মহাৰত্ন ॥১০৬॥
হেনয় দেখিয়া পাচে মাতিলা সুন্দৰী।
লিখিলা ফুলত কন্যা ব্ৰহ্মাক্ষৰ ভিৰি ॥
জাম্বৱতী নগৰত ৰাজা হেম পদ্ম।
তোমাৰ আগত মই নকৰিলো ছদ্ম ॥১০৭॥
সম্বলা দেশৰ বিদ্যাধৰ নৰেশ্বৰ।
আঠ দিনৰ ভিতৰতে নিবে তাৰ ঘৰ ॥
অনুগ্ৰহ আছে যদি বিহা কৰিয়া আমাক।
প্ৰিয় বাক্যে তোমাক কহিলোঁ নিষ্টবাক ॥১০৮॥
সুগন্ধা মালিনী আছে মোৰ নগৰত।
নগৰ উত্তৰে আছে গড় বাহিৰত ॥
মনোজয় ঘোৰা আছে আহিবা তাহাতে।
নিশ্চয় থাকিবা আহি মালিনী ঘৰতে ॥১০৯॥

---

১০৬ নং পদৰ তলৰ দুশাৰী
খ-পুথিত—তোমাৰ আমাৰ নাম পাহিতে লেখিলো।
প্ৰবন্ধ কৰিয়া মই কাৰতে আছিলো ॥
১০৬। ১-২ খাচত্ৰপুৰী নগৰক মিলিলা হাতত।
সপোনৰ নিধি যেন পাইলেক সাক্ষাত ॥
১০৭। ১-২ খ হেন দেখি পত্ৰখান মাতিলা সুন্দৰী।
লিখিলা ফুলৰ পাহি অক্ষৰক ভিৰি ॥
১০৮। খ গৌৰল দেশৰ......... ।
১০৯। ২, খ—নগৰ ভিতৰে আছে গৰৰ মাজত।
গ—নগৰ বাহিৰে আছে গৰ বাহিৰত।

বিবাহৰ বেলা যদি হৰিবা আমাক।
তেবেসে আমাক পাবা নিষ্টে বোলোঁ বাক॥
ই কথা কহিবে পিতৃ আসিলোঁ তোমাক।
হেন শুনি ত্রিবিক্রম চপৰাইলা মাথ॥১১০॥
কতো বেলি গুণি ৰাজা বুলিলা বচন।
তোমাত নাহিকে বাপু ইসব লক্ষণ॥
বিবাহ সংযোগ হৈলে যাওঁ সমদলে।
যুদ্ধ কৰি কন্যা কাঢ়ি আনো কুতূহলে॥১১১॥
যুদ্ধ কৰি সৈন্য মাৰি বোলো সেই থান।
সুৱৰ্ণ ৰজত বৃষভক দিবো দান॥
সুবৰ্ণ ৰজত লৈযো অসংখ্য প্রমাণ।
ব্রাহ্মণ সবক কৰিব'ক লাগে দান॥১১২॥
দান দিলে অধিকে যশস্যা হৈবে ভাল।
ধনে মুখুজিলে কোনে বুলিবেক ভাল॥
কুমাৰেয়ো মাতয় পিতৃৰ পাৱে ধৰি।
হেনমতে কন্যা পিতৃ আনিবে নপাৰি॥১১৩॥
মনোজয় বেগে ঘোৰা দিয়োক বিচাৰি।
বিহাৰ সময়ে যাই আনিবোহো হৰি॥

---

১১০। ঘ—নমাতি থাকিলা ৰাজা গালে দিয়া হাত॥
১১২। ৩-৪, ঘ যুদ্ধে নিষ্টে কৰি সবে যোৱা সেহি থান।
সুবৰ্ণ ৰজত ব্রাহ্মণক দিবা দান।
১১৩। ১-২ ঘ—দান নকৰিলে বাপু নকৰে শোভন।
দান দিলে অধিকে হৈবেক সিটো ধন।
১১৩ নং পদৰ পাছত ঘ পুথিত তলাৰ অধিক পদ পোৱা যায়।
যদি যুঝিবোহো যাই প্রমাদ মিলিবে।
কন্যাৰ লগত সৈন্য বিস্তৰ মৰিবে।

এগোটা চাকৰ দিয়া মোহোৰ লগত।
থাকিয়োক পিতৃ তুমি আপুন গৃহত ॥১১৪॥
ত্রিবিক্রম ৰাজা পাচে গুণে মনে মন।
জানিলো পুত্রৰ ভৈলা চোৰৰ লক্ষণ ॥
ৰাজা বোলে শুনা পুত্র মোহোৰ বচন।
যতেক আছাহা সবে পাত্র মন্ত্রীগণ ॥১১৫॥
পুত্রৰ লগত চলি যায়ো একজন।
তেবেসে কার্য্যৰ সবে বুজিবোঁ কাৰণ ॥
পাত্র বোলে কুমাৰৰ যাক হয় ৰুচি।
আপুনি নিযক নিজে এক জন বাছি ॥১১৬॥
নৃপতি বোলন্ত বুঢ়া মন্ত্রী শুনা নীতি।
কার্য্যৰ কুশল জানা আমাৰ যুগুতি ॥
সকল সমাজে বোলে নৃপতিক চাই।
মন্ত্রী বোলে তোমাৰ পুত্রৰ ইচ্ছা নাই ॥১১৭॥
নৃপতি বোলন্ত বোল এহি মাত্র হৌক।
পুত্রৰ লগত বুঢ়া মন্ত্রী চলিয়োক ॥
পুত্রক বোলন্ত বুঢ়া মন্ত্রী লোৱা লগে।
শালত চাহিয়ো ঘোৰা মনোজয় বেগে ॥১১৮॥

---

১১৪। ৪; ঘ—থাকিয়ো নির্ভয় তুমি নকৰা মনত।
১১৬। ৩-৪,ঘ—তোমাৰ পুত্রৰ মনে যাক ইচ্ছা যায়।
আপুনি নিয়োক বাচি ভাল জন চাই ॥
১১৭। ঘ—নৃপতি বোলন্ত বুঢ়াপাত্র শুনিয়োক।
• কার্য্যত কুশল তুমি আপুনি যায়োক।
সকল সমাজে বোলে নৃপতিক চাই।
মন্ত্রীৰ লগত পুত্র যাইবে চিত্ত নাই।

তেতিক্ষণে শালত চাহিলা ভাল কৰি।
মনোজ্ঞ বেগে যোৱা নাপালা বিচাৰি ॥
বাপেকক চাহিয়া কুমাৰে বোলে বাক।
বুঢ়া মন্ত্ৰী দাস কৰি নেদিবা আমাক ॥১১৯॥
বয়সে অধিক সিতো পিতৃ সমসৰ।
সিতো কেন মতে মোৰ হৈবেক চাকৰ ॥
পচাক্ষম নামে মোক দিয়োক চাকৰ।
তাহাক দিয়োক দাস নৈৰাশ নকৰ ॥ ১২০॥
শুনি ত্ৰিবিক্ৰম ৰাজা গুণিলা মনত।
যি বুলিলো মানে তাক নামানিলা হিত ॥
যতেক বুলিলো মানে সবে ভৈলো ছন্ন।
বুদ্ধিত চতুৰ নোহে সিতো পচাক্ষম ॥১২১॥
তথাপি তোমাৰ যদি তাহ্ক ভৈলা মন।
নিয়োক তাহাক তেন্তে নাহিকে দোষণ ॥
কুমাৰে বোলন্ত পিতৃ শুনা মন কৰি।
নিষ্টে জানা পচাক্ষম বুদ্ধিত চাতুৰি ॥১২২॥
বুদ্ধিত চতুৰ সিতো মাতত আগল।
তাহাক লগত নিলে হৈবেক কুশল ॥
পুত্ৰৰ বচন পাচে শুনি নৰপতি।
পচাক্ষম চাকৰক আনিলেক মাতি ॥১২৩॥

---

১১৯। বুঢ়ামন্ত্ৰী—বুঢ়াপাত্ৰ (ৰ)
১২৩। ১-২, ৰ,—বুদ্ধিত চতুৰ সিতো আমাত অধিক।
তাহাক লগত নিলে কুশল হৈবেক।

নৃপতি বোলন্ত তান্ক স্বৰূপ বচন।
পুত্ৰৰ লগত চলি যাহ এতিক্ষণ॥
হেম পদ্ম ৰজাৰ আছে জাম্বৱতী পুৰী।
সুলোচনা কন্যা আছে তাহাৰ নগৰী॥১২৪॥
আঠদিন ভিতৰত ৰাজা বিদ্যাধৰে।
বিহা কৰি নিব কন্যা তাসম্বাৰ ঘৰে॥
সেহি সময়ত দুয়ো ঘোৰাত চৰি যাবা।
মনোজয় বেগে ঘোৰা তাঁহাত চৰিবা॥১২৫॥
দিলাহা বিদায় দুইকো তেখনে চলিলা।
ৰাজাক প্ৰণাম কৰি গমন কৰিলা॥
উত্তৰ শালত ঘোৰা কোটি শত শাৰী।
তাহাত বিচাৰি ঘোৰা নাপালা বিচাৰি॥১২৬॥
তাত পাচে চালে ঘোৰা পশ্চিমৰ শালে।
অযুত হাজাৰ ঘোৰা আছে সেহি শালে॥
মনোজয় বেগে ঘোৰা নাই সি শালত।
আৰু এক শাল আছে দক্ষিণ দিশত॥১২৭॥
তাহাত আছয় ঘোৰা চাৰি যে হাজাৰ।
সূৰ্য্য সম কৰে কান্তি ৰূপে চমৎকাৰ॥

---

১২৪-২৫। ঘ—হেমপদ্ম ৰাজা আছে যশৱতী পুৰে।
সুলক্ষনা নামে কন্যা আছে তাৰ ঘৰে।
সেহি সময়ত দুয়ো শীঘ্ৰে চলি যাইবা।
চেগ চাই যাই দুয়ো কন্যাক হৰিবা।

থিউ লাগে নাচে ঘোৰা উৰ্দ্ধ মুখে কান্দে।
সদায় পাৰয় জাম্প ভূমি পাৱ নেদে।১২৮॥
মাধৱ বিক্রম চাই গৈলা ঘৰ ঘৰে।
এগোটা ঘোৰাক দেখে গড়ৰ বাহিৰে॥
ঘাস পানী দুখে ঘোৰা হৈয়াছে খিনিত।
দেখে ঘোৰা পৰম সুন্দৰ মনোনীত॥১২৯॥
মাধৱ বিক্রমে দেখে ঘোৰাৰ যে থান।
বোলে ঘোৰা গোটক আগক লাগি আন॥
পচাক্রমে বোলে ঘোৰা দুহিকে সুন্দৰ।
ভাল ভৈলে তাক কি কৰয় অনাদৰ॥১৩০॥
এহি বুলি পচাক্রমে ঘোৰাক ধৰিলা।
ক্ষুধাতুৰ ঘোৰা উচ্চ বেগ নকৰিলা॥
লৰ চৰ কৰে যেন খোজত লৰে ভৰি।
মাধৱ বিক্রমে ঘোৰা লক্ষ্য আছে কৰি॥১৩১॥
ঘোৰাৰ গামক জিজ্ঞাসিবে নৈলা তাত।
পৃথিবী ভ্রমিতে পাৰে একে তিলেকত॥
হেনয় চিহ্নক যেবে দেখিলা ঘোৰাৰ।

১২৯। ১২৮ নং পদৰ তলৰ দুই লাইন 'ঘ' নম্বৰ পুথিত নাই
১৩১। ঘ – এহি বুলি পচাক্রমে ধৰিলা ঘোৰাক।
গলে ভৰি দিয়া আনিলেক ওচৰক।
ক্ষুধাতুৰ ঘোৰাৰ নচলে হাতভৰি।
প্রতি খোজে ঘোৰাৰ কপিছে থৰথৰি।

আনন্দে নখৰে গায় ৰাজাৰ কুমাৰ ॥১৩২॥
ঘোৰা গোট ধৰি পাচে অভ্যন্তৰে নিলা।
ভিন্ন শালে থৈয়া ঘোৰা ঘাহ পানী দিলা ॥
মাহ-ধান তিনি লক্ষ দিলা তিনি বোজে।
নগৰে ঘোৰাৰ পায় শৰীৰৰ খোজে ॥১৩৩॥
সাত দিনে ঘোৰাই ভূমিত নেদে পায়।
হেন দেখি কুমাৰৰ মনত সংশয় ॥
মধ্য ৰাত্রি উঠি পাচে ৰাজাৰ কুমাৰ।
চিত্রপুৰী জাম্বৱতী এই দুই দ্বাৰ ॥১৩৪॥
ঘোৰাত উঠিয়া গম দিলা আৰু বাৰ।
আহাযোৱা তহিতে কৰিব্যে সাতবাৰ ॥
তেবেসে ঘোৰাৰ বল বুজিবো প্রমাণ।
সুলেচনা কন্যা হৰি আনিবো এখন ॥১৩৫॥

---

১৩২। এই পাঠ খ পুথিৰ, মূল অৰ্থাৎ ক পুথিত আছিল—
বেগত উত্তম ঘোৰা দেখিলেক পাচে।
ঘোৰাৰ গমোক সিতো দেখিলেক পাছে।
পৃথিৱীত সিটো ভৰি পাবে কি নাপাবে।
হেনয় চিহ্নকায় সিটো দেখিলা ঘোৰাবে ॥

১৩৩।৩-৪খ—
মাস ধান তৈল মাংস যেই তিনিবোজ।
নগৰে ঘোৰাৰ পাচে শৰীৰৰ হজ!

১৩৩। খ—তিনিদিনে ঘোৰাৰ যে গায় ভৈলা পুষ্ট।
চাৰি দিনে ঘোৰা যে ভূমিত নেদে তুষ্ট।
পঞ্চ দিনে পূর্ণ ভৈলা সবে খোজ বজি।
কুমাৰে বোলন্ত আৰ বল বুজো আজি।

এহি বুলি মাধৱ বিক্ৰমে ঘোৰা ধৰি ।
দান্ত কামুৰিয়া ধৰিলেক বাঘজৰি ॥
চাবুক মাৰিয়া কৰিলেক তিৰস্কাৰ ।
নিমিষেক আসিলন্ত তিনি সাতবাৰ ॥১৩৬॥
যিথিনি মনত চৰে কুমাৰৰ মনে ।
তাহাত অধিক হোৱে দশগুণ প্ৰাণে ॥
মাধৱ বিক্ৰমে বোলে পচাক্ষম শুনা ।
যাইবে লাগিয়া বস্তু জিজ্ঞাসিয়া আনা ॥১৩৭॥
লৈয়োকো সম্ভাৰ দ্ৰব্য যুগুতি কৰিযা ।
খাতিৰ ওচৰ ভৈলা যাইবাক লাগিযা ॥
মাধৱ বিক্ৰমে পাচে কৰে সাজ পাৰ ।
গাৱত পিন্ধিলা আনি বস্ত্ৰ অলঙ্কাৰ ॥১৩৮॥
এহেন সুন্দৰ ৰূপ চাহন নযায় ।
অলঙ্কাৰ সমে সিতো অধিকে শুৱায় ॥
পিতৃক প্ৰণামি পাচে মাতৃক নমিলা ।
মনত গুণিয়া পাচে বচন বুলিলা ॥১৩৯॥
কন্যাক নানিলে মই নাসিবোঁহো ঘৰ ।
এহি সত্য অঙ্গীকাৰ জানিবা আমাৰ ॥
দিব্য অলঙ্কাৰ মানে সবাকো পিন্ধিলা ।
পিতৃক প্ৰণাম কৰি বিদায় কৰিলা ॥১৪০॥

১৩৭—১৩৯ পদলৈকে ঘ পুথিত নাই ।

১৪০। ঘ—মাধৱ বিক্ৰমে বোলে শুনা পচাক্ষম ।
দেখিয়ো ঘোৰাক কেনে বেগত উত্তম ।
এহি অঙ্গীকাৰ ভই জানিবিহি মোৰ ।
কন্যাক নানিয়া মই নাসিবোহো ঘৰ ।

ডেও দিয়া গৈয়া সিতো ঘোৰাত চৰিলা।
মনোজয় ঘোৰা চৰি দপ দপাই গৈলা॥
ইঙ্গিত মাত্রে ঘোৰা গৈলা ডেও কৰি।
নিমিষে পাইলেক যাই জাম্বৱতী পুৰী॥১৪১॥
সুগন্ধা মালিনী আছে নগৰ ভিতৰে।
নগৰ উত্তৰে আছে গড়ৰ বাহিৰে॥
তান গৃহে ঘোৰা বান্ধিলেক পচাক্কম।
সুগন্ধা মালিনী গৃহে ৰহিলা প্ৰথম॥১৪২॥
গধূলিৰ অতিথিক দিলা বাসা ঘৰ।
সিধা ভজা আৰু দিলা ভোজন সম্ভাৰ॥
ভোজন কৰিয়া পাচে শয়ন কৰিলা।
মালিনীয়ো ফুল মালা গান্থিবাক লৈলা॥১৪৩॥
ওৰে ৰাতি মালা গাঁথি দিব লাগে কাক।
কিবা প্ৰয়োজন আছে কহিয়ো আমাক॥
মালিনী বোলয় বাপু কথা কহো হিতা।
হেমপদ্ম নৃপতিৰ আছয় দুহিতা॥১৪৪॥

১৪১।৪ ঘ জাম্বৱতীপুৰী।
১৪২।৪ (ঘ) মালিনী দেখন্ত দুই পুৰুষ উত্তম।
১৪৪। ঘ নিশাৰাত্রি মালা গাছে নিহকয় ৰাতি।
দেখিয়া কুমাৰে পাছে উঠিলন্ত মাতি॥
কাৰ মালা গান্থা তুমি দিব লাগে কাক।
কিবা প্ৰয়োজন হৈছে কহিয়ো আমাত॥
মালিনী বোলয় বাপ জানা নিষ্ট কৰি।
হেম পদ্ম ৰাজাৰ আছয় কিয়াৰী॥
সুলচনা নামে কন্যা পৰম সুন্দৰ।
বিহা কৰি নিবে কালি ৰাজা বিদ্যাধৰ॥

সুলেচনা নামে কন্যা পৰম সুন্দৰ ।
বিহা কৰি নিবে কালি ৰাজা বিদ্যাধৰ ॥
তোমাৰ আগত মঞি কহোঁ নিষ্ঠ কৰি ।
বিবাহৰ মালা মঞি গাথো যত্ন কৰি ॥১৪৫॥
কুমাৰেও মালিনীক বুলিলেক মাতি ।
আমাক দিয়োক মালা চাওঁ কেন নীতি ॥
ৰাজাৰ কুমাৰ মোক জানা নিষ্ঠ কৰি ।
কৰযুক্তি সহিতে মালা দিলেক সাদৰি ॥১৪৬॥
আন মালা বাছি কাছি থৈলা পাচ কৰি ।
লৰা ফুলে লেখিলা বুঢ়াক আঁৰ কৰি ॥
পুখুৰীৰ পাৰে যাক পায়া আছা লাগ ।
মালিনীৰ ঘৰে আসি আছো মহা ভাগ ॥১৪৭॥
যদি মোক দয়া আছে চাহিবা নিৰীখি ।
কালি প্ৰভাতে যেন হওঁ দেখা দেখি ॥
লুকাই লেখিলা তাক বুঢ়ী নাজানিলা ।
উপৰত আন মালা দিয়া ঢাকি থৈলা ॥১৪৮॥
ৰজনী পুহাল বুলি জানিলন্ত বুঢ়ী ।
মালা লৈয়া গৈলা পাচে কুমাৰীৰ পুৰী ।
মালা লৈযা মাইলেনী আছিলেক চাই ।
সুলেচনা মালাক পিন্ধিলা চাই চাই ॥১৪৯॥
আনন্দে কন্যাই মালা পিন্ধে অনুপাম ।
পাছন্তি লেখিয়া আছে কুমাৰৰ নাম ॥

১৪৬।১ খ ঘ—কুমাৰেও মালিনীক মাতিলা সাদৰী ।
আমাক দিয়োক মালা চাবো চক্ষু ভৰি
১৪৯।১ (ঘ) ৰজনী প্ৰভাতে পাচে উঠিলন্ত বুঢ়ী ।
ঐ.৩ „ মালা লৈয়া মালিনী আছিলেক চাই ॥

পুখুৰীৰ পাৰে মোক পায়া আছা লাগ ।
মালিনীৰ ঘৰে আছোঁ আসি মহাভাগ ॥১৫০॥
যদি মোক দয়া আছে চাহিবা নিৰিখি ।
কালি প্ৰভাততে যেন হওঁ দেখা দেখি ॥
কথা শুনি সুলোচনা থিয়ায়ে মৰিল ।
উভয় সঙ্কট আসি প্ৰমাদ ঘটিল ॥১৫১॥
মই বোলো কথা পাসৰিব সিতো জন ।
নিষ্ট কৰি বোলো মনে পাৰিব কেমন ॥
এহিমতে গুণি গান্থি আছে সেহি ঠাই ।
বুলিবে লাগিলা পাচে মালিনীক চাই ॥১৫২
মালিনীক বোলে বুঢ়ী নাভাণ্ডিবা মোত ।
অতিথি আছয় কিবা তোহোৰ ঘৰত ॥
মালিনী বোলয় আই শুনিয়ো বচন ।
মোৰ ঘৰে অতিথি আছয় দুই জন ॥১৫৩॥
শুনিয়োক আই কহোঁ কথা স্বৰূপত ।
কি কহিবো অতিথিৰ ৰূপৰ মহত ॥
তপ্ত সুবৰ্ণৰ বৰ্ণ জ্বলে কলেৱৰ ।
সাক্ষাতে দেখিবা যেন ৰাজাৰ কুমাৰ ॥১৫৪॥
সুলোচনা বোলে বুঢ়ী কহো নিষ্ট কৰি ।
অতিথিক গৃহ মাজে থৈবি যত্ন কৰি ॥

---

১৫৫। ১-২ খ) সুলোচনা বোলে······ স্বৰূপত ।
অতিথিক ভাল মতে ৰাখিবি গৃহত ॥

প্ৰভাততে যাম কালি পুষ্কৰিণী বনে।
অতিথিক পাওঁ যেন লাগ সেহি থানে॥১৫৫॥
যদিহে মালিনী তই নকৰা ইহাক।
সত্যে সত্যে মালিনী যাইবে কাণ নাক॥
এহি বুলি মালিনীক গৃহে পঠাই দিলা।
কুমাৰৰ আগে যাই এহি কথা কৈলা।১৫৬।
ইতো কথা কহিবাক মোৰ ভয় লগে।
প্ৰভাততে পুষ্পবনে দুযো যাইবে লাগে॥১৫৭॥
দুয়োজনে পুষ্পবনে থাকিবাহা যাই।
কন্যায়ে যেন মতে দুইকো লাগ পায়॥
কালি পুৱা পুষ্পবনে দুইকো যাব দিলা।
নাজানোহো কিবা হেতু ভাঙ্গিয়া নকৈলা।১৫৮॥
নিতে নিতে মালা তুমি দিয়া যাৰ থানে।
তুমি কি নাজানা তাক কি বুলিলা মনে॥
নাভাণ্ডিবা তুমি মোক কহা নিষ্ঠ কৰি।
তেবে সুস্থ হৈব মন থাকো নিদ্ৰা কৰি॥১৫৯॥
বুঢ়ী বোলে মোক বাপু ভাঙ্গি কোৱা নাই।
ৰাজমন দেৱমন তাক কোনে পায়।
অতিথি আহিছে বুলি কোৱা নাই আমি।
কেনমতে জানিলে ইয়াতে আছা তুমি॥১৬০॥

১৫৭ ১-২, গ – নলায়া নযায়া দুয়ো আচাৰ্য ঘৰন্ত।
সুলোচনা কন্যায়ে জানিলেক কিমত।
১৬০। ২ ঘ— ৰাজাৰ মনৰ কথা বুজন নাযায়।
১৬০।৪ „কেনমতে জানিলেক শুনি চায়া তুমি।৫
ঘ পুথিত অতিৰিক্ত আৰু চাৰি চৰণ। অৰ্থাৎ ১টা পূৰ্ণ পদ পোৱা যায়।

আকে জানি নৰলোক এৰা আন কাম।
পাতক ছাৰোক ডাকি বোলা ৰাম ৰাম ॥১৬১॥

——:•:——

—পদ—

শিৱ শৰ্ম্মা বদতি কৰিলা যেন কৰ্ম্ম।
বোলে তই কিবা কৈলি মাধৱ বিক্ৰম ॥
কি কাৰণে কৈৰ মো'ত সুমৰা ধৰ্ম্ম ধৰ্ম্ম।
আমাৰ কথা'ত ৰাপু নকৰিবা মৰ্ম্ম ॥১৬২॥
অনন্তৰে ভৈলা যেবে ঘোৰ নিশা ৰাতি।
এহি মতে বুঢ়ী যেবে আছে গুণি গান্থি ॥
কুমাৰৰ নাই নিদ্ৰা আনন্দিত মন।
মালিনীৰ নাই নিদ্ৰা কৰোঁ কোন থান ॥১৬৩॥
গুণন্তে গান্থন্তে সিতো ৰাত্ৰি বহি গৈলা।
প্ৰভাতে মালিনী দুইকো ভোজন কৰাইলা ॥
ভোজন কৰিয়া দুইকো অতি ৰঙ্গ মনে।

---

১৬০ পদৰ পাছত এইটো পদ পোৱা যায়:-
ছৰি ছৰি বুঢ়ী তই কচিজিহ কেনে।
বুৰী বোলে তই বাপু নিচিন্তস মনে ॥
কিসৰ কাৰণে বাপা তোৰ কথা কয়।
অতিথি আছিছে বুলি মুখক নাই নাম ॥
১৬২ ৰ—শিৱ শৰ্ম্মা বদতি কৰিলা যে ই কৰ্ম্ম।
বোলে এই কৈলা বুৰী মাধৱ বিক্ৰম ॥
সুগন্ধা মালিনী বোলে ধৰম তোমাৰ।
নকৰ তোমাৰ কথা জানা সাৰেসাৰ ॥
১৬৩ ।২, ৰ ভাত পাছে কতোবেলি আছিলা নৰাতি ॥

মাধৱ বিক্রম গৈলা সেহি পুষ্প বনে ॥১৬৪॥
বাট চাই আছে পুষ্প বনৰ ভিতৰে।
যেন কথা ভৈলা পাচে আত অনন্তৰে॥
সুলেচনা কন্যা তৈতে ভোজন কৰিলা।
পিতৃৰ পাশক কন্যা গমন কৰিলা ॥১৬৫॥
প্ৰণাম কৰিয়া হেন বুলিলন্ত বাণী।
পুষ্পবন চাব যাওঁ দিয়োক মেলানি॥
বিহা কৰি নিব কালি দ্বীপ দ্বীপান্তৰ।
আৰু কিবা দেখিবোহো সিতো পুষ্পবৰ ॥১৬৬॥
হেম পদ্ম ৰাজা বোলে জীয়েকক চাই।
কোনেয়ো নেদেখে যেন আসিবিহি আই॥
মোক যেন মন্দ নোবোলয় কোনো জন।
ফিৰিয়া আসিবি আই দণ্ডেক এখন ॥১৬৭॥
কোনো লোকে তোহোক নেদেখে বিদ্যমানে।
দিলোহো বিদায় চলি যোৱা এতিক্ষণে॥
ভাল বুলি পিতৃ পায়ে কৰিলা সেৱলি।
পুষ্পবন চাহিবাক শীঘ্ৰে গৈলা চলি ॥১৬৮॥
লাসে লাসে চলি গৈলা চাৰি দণ্ড মানে।
চাৰিদণ্ড ভিতৰত পালে পুষ্পৱনে॥
ইডাল সিডাল কৰি লেখা কৰি চাই।
মাধৱ বিক্ৰম যৈতে আছে তাকে যায় ॥১৬৯॥

---

১৬৬।৪, ঘ সম্বদলে আসিবেক ৰাজা বিদ্যাধৰ।
১৬৭।৪, ঘ দণ্ডেক প্ৰমাণে
১৬৮।৪, ঘ ফুলবাৰী চাহিবাক চলি গৈলা বালী।

সুলেচনা কন্যাৰ কথা এহি মানে থওঁ।
পচাক্ষমে যি কৰিলা তাৰ কথা কওঁ॥
পচাক্ষম চাকৰক মাতিলা কুমাৰে।
মই নিদ্রা যাওঁ তই থাক উজাগৰে ॥১৭০॥
এহি বুলি মাধৱ বিক্রম নিদ্রা গৈলা।
পচাক্ষমে মনে মনে গুণিবাক লৈলা॥
অকলশৰে থাকি কৰে আথুটি বিথুটি।
কিছু কিছু কৰি দুইৰো আসিল ঘুমটি ॥১৭১॥
পচাক্ষম নিদ্রা গৈল বাম-হাত পাৰি।
সেই সময়ত আসি ঠেকিল সুন্দৰী॥
দুয়ো নিদ্রা কৰি আছে নাহিকে চেতন।
সুলেচনা কন্যায়ে গুণন্ত মনে মন ॥১৭২॥
খচমচ কৰি কন্যা আছে কতো বেলি।
জাগিবেক নেদেখিয়া গুণিলেক বাণী।
পত্রকে লেখিলা যেনমতে পাবা মোক।
মনোজয় ঘোৰা লৈয়া যাবা বিবাহক ॥১৭৩॥
অসংখ্যাত ৰাজাৰ যে কন্যা নিৰন্তৰ।
মোৰ থানে কন্যা তাতে থাকিবে বিস্তৰ।

---

১৭১।৩. ঘ একেশৰে থাকি........... ।
১৭৪।১, অসংখ্যাত ৰাজাৰ.........খ পুথিৰ পাঠ, ক পুথিত আছিল অসংখ্যক ৰাজকন্যা গণ নিৰন্তৰ।
১৭৩।১, ঘ—গুণি গাঢ়ি কন্যা তাতে আছে কতোবেলি।

মধ্যত থাকিবো তাতে বাম হাত পাৰি ।
সেইজন মই হৰিবাহা নিষ্ঠ কৰি ॥১৭৪॥
সফুঁৰাৰ গুৱা-পাণ থৈলা বাঝ কৰি ।
পত্ৰক লেখিয়া সঁফুৰাত থৈলা ভৰি ॥
ধুৱাবৰ বেলি সিতো আছে একপৰ ।
সেহি সময়ত গৈয়া প্ৰবেশিলা ঘৰ ॥১৭৫॥
কুমাৰে পাইলেক সাৰি সেই সময়ত ।
দেখে সফুৰাৰ গুৱা আছে বাহিৰত ॥
চতুৰ্ভিতি ৰঙ্গ কৰি চাৰি দিশে চালা ।
সঁফুৰা ভিতৰে সিতো পত্ৰখান পালা ॥১৭৬॥
পত্ৰখান দেখিয়া কুমাৰে পঢ়ি চালা ।
নিদ্ৰাত থাকন্তে সিতো কন্যা আসিছিলা ॥
পত্ৰত লেখিলা যেন মতে পাবা মোক ।
মনোজয় ঘোৰা লৈয়া যাবা বিবাহক ॥১৭৭॥
অসংখ্যাত ৰাজকন্যা আছে নিৰন্তৰ ।
যেৰ থানে কন্যা তাতে থাকিব বিস্তৰ ॥
মধ্যত থাকিবো মঞি বাম হাত পাৰি ।
সেইজন মক্তি হৰিবাহা নিষ্ঠ কৰি ॥১৭৮॥
মাধৱ বিক্ৰম পঢ়িলেক পত্ৰখান ।
মনে মনে পচাক্ষমে পাতি আছে কাণ ॥

১৭৭। ১-২, ঘ;—তেতিক্ষণে মাধৱ বিক্ৰমে গুণ পাই
সফুৰা ভিতৰে পত্ৰখান লাগপায় ॥

পত্ৰখান পঢ়ি পাচে গুপ্ত কৰি থৈলা।
পচাক্ষম চাকৰক মাতিবাক লৈলা ॥১৭৯॥
উঠ উঠ চুৰাচাৰ কিবা আছা চাই।
আমিয়ো গৈলোহোঁ নিদ্ৰা নিদ্ৰা গৈলি তই ॥
কিনো মোন দুৱ দৃষ্ট পালো বৰ দুখ।
ৰাশাকৰি আছো যাক নেদেখিলো মুখ ॥১৮০॥
এতি বুলি মনে দুখ কৰিলা বিস্তৰ।
হায়ৰে দুৰ্জন পাপী দুখ দিলি বৰ ॥
মই বোলো উজাগৰে থাকিবিহি তই।
তোমোত ভাৰসা কৰি নিদ্ৰা গৈলো মই ॥১৮১॥
পচাক্ষমে বোলে মই নিদ্ৰা যোৱা নাই।
ঘুমটিৰ চলে মনে মনে আছো চাই ॥
মাধৱ বিক্ৰমে মনে থাকিল উপেক্ষি।
বৃথা বুলি কৰিবাৰ কোনো নাই সাক্ষী ॥১৮২॥
মাধৱ বিক্ৰমে ক্ৰোধে চোৰাৰে দশন।
পচাক্ষমে গুনিবে লাগিলা মনে মন ॥
মনে গুণি চাৰে এবাবাৰ নাহি সন্ধি।
মনত গুণিয়া চাৰে এবাবাৰ বুদ্ধি ॥১৮৩॥
পচাক্ষম উঠিলেক ভয় পৰিহৰি।
কুমাৰক মাতিলেক দণ্ডৱতে পৰি ॥
অজানিতে নিদ্ৰা আসিলেক কিছুমান।
কি কহিবো প্ৰভু মোৰ হত ভৈলা জ্ঞান ॥১৮৪॥

১৮৩-৮৪। ব-জানো খুন্দি মাৰে তাক বাধে কাৰ বাপে।
৩... ... .... ... ... কি কাহবে ভেবে ॥
কাটিবে পাৰোহো কোক বাধিলন্ত হৰি।
আমাৰ কৰ্মৰ ভাগ জানো নিষ্ট কৰি। *

স্তুতিতে ভৈলন্ত তুষ্ট মাধৱ বিক্রম।
পচাক্ষমে বোলে মোক ৰক্ষা কৰা ধৰ্ম্ম॥
চৰণত সেৱা কৰি পাচে গুচি গৈলা।
মনে মনে পচাক্ষমে গুণিবাক লৈলা॥১৮৫॥
স্তুতি নতি কৰি পাচে বচন বুলিলা।
বিবাহৰ পৰ এবে আসিয়া মিলিলা॥
উজাগৰে আজি ৰাত্রি নিদ্রা যোৱা নাই।
বাগৰি পৰিবা তুমি হামথুৰি খাই॥১৮৬॥
কিছুমান নিদ্রা কৰা চাই থাকো আমি।
আক নিদ্রা যাবো বুলি নড়ৰাবা তুমি॥
ৰবি অস্তগত আসি ভৈলেক গধূলি।
স্নান কৰি ভোজন কৰিয়ো মহাবলী॥১৮৭॥
এহিবুলি সমীপতে জল আনি দিলা।
মাধৱ বিক্রমে স্নান কৰিবে উঠিলা॥
পচাক্ষমে বোলে মোৰ ভাল ভৈলা বিধি।
যত্ন কৰিলেক ভাঙ্গ ধুতুৰা ঔষধি॥১৮৮॥
পচাক্ষমে আনি তাক যতন কৰিলা।
বিজুলী সকাৰে আনি সন্দেশ যোগাইলা॥

পচাক্ষমে উঠি পাছে কৰযোড় কৰি।
কুমাৰক মাতিলন্ত কৰযোড় কৰি।
নিতে নিশা নিদ্রা কৰি থাকোহো আপুন।
কি কহিবো প্ৰভু মোৰ হৰাইল চেতন॥

যন্ত্র কৰি সাজি দিলা আগক বঢ়াই।
না জানি কুমাৰে তাক পেলালেক খাই ॥১৮৯॥
লাগিল ভাঙ্গৰ জাল ঘনে উঠে হাসি।
পচাক্ষমে বোলে আজি কেনে কৰা তুমি ॥
আজি ৰাত্রি তুমি দেখো নিদ্রা যোৱা নাই।
কিছু নিদ্ৰা যোৱা তুমি আমি থাকো চাই ॥১৯০॥
পচাক্ষমে ভাবে মনে কাৰ্য্য ভৈলা ভাল।
মুণ্ডত ধৰিলা ভাঙ্গ ধুতুৰাৰ জাল ॥
ভাঙ্গ ধুতুৰাৰ জালে থাকিবেক পৰি।
উপায় কৰিয়া মই কন্যা নিবো হৰি ॥১৯১॥
ইহাৰ ৰাজাক গৈলে কাটিবেক ধৰি।
পৰদেশে গৈলে মোক পাবে কেন কৰি।
মাধৱ বিক্রমে বোলে নিদ্রা যাওঁ মই।
বিবাহৰ পৰ ভৈলে জগুৱাবি তই ॥১৯২॥
পচাক্ষমে বোলে প্রভু নকৰিবা ভয়।
কাটিবাহা ধৰি যদি নিদ্রা যাওঁ মই ॥
নির্ভয় কৰিয়া তুমি নিদ্রা কৰি থাক।
বিবাহৰ পৰ ভৈলে জগাম তোমাক ॥১৯৩॥
মাধৱ বিক্রমে বোলে স্বৰূপ বচন।
এহি বুলি বীৰে পাচে কৰিলা শয়ন ॥

---

১৯০। ৪, ৰ— কন্যাক চিন্তিয়া তুমি দুখে শোৱা নাই।
১৯৩ ২-৩ নং পাৰী ৰ পুথিত নাই।

কুমাৰেও নিদ্ৰাভৰে অচেতন ভৈলা।
পচাক্ষম চাকৰে যে বিজক মাৰিলা।।১৯৪॥
আনন্দে নধৰে দেহা উত্ৰাৱল মন।
মনোজয় ঘোৰাক যে কৰিলা যতন।
দিব্য কাচে কাচিয়া বান্ধিলা বাঘ জৰি।
পিঠিত জীনক বান্ধিলন্ত যত্ন কৰি ॥১৯৫॥
কুমাৰক এৰিলেক বৃক্ষৰ তলত।
দেখিয়ো কিমত ভৈলা দুষ্টৰ সঙ্গত॥
হিতে থাকি কহিত চিন্তিলা দুৰাচাৰ।
ধৰ্ম্মাধৰ্ম্ম সুমৰন্ত দেবাসুৰ নৰ॥১৯৬॥
পচাক্ষমে কুমাৰক এৰিবাৰ মনে।
কুমাৰক জগাইবে লাগিলা কেমনে॥
ভাঙ্গৰ জালত মেলিবাক নৰে আখি।
অধিকে কৰয় নিদ্ৰা আতি বৰ সুখী॥১৯৭॥
নাজাগিবৰ দেখি বোলে মোত দোষ নাই।
আপোনাৰ দোষে ইতো কন্যাক হেৰুৱায়॥
এতেকতে ৰাত্ৰি যাই এক পৰ ভৈলা।
বিদ্যাধৰ ৰাজা বিহা কৰিবে আসিলা॥১৯৮॥

১৯৪ ৩-৪, ঘ—কুমাৰ নিদ্ৰাত পৰি পাৰয় ঘুংঙৰি।
পচাক্ষম চাকৰে হাসয় বহু কৰি॥
১৯৫। ৪— পিঠিত ৰাখিলা তুলি ৰুচি বহু কৰি।
১৯৮। ১-২, ঘ—জাগিবে নেদেখি বোলে মোত দোষ নাই।
আপোনাৰ দোষে কন্যা হৰুৱাস ভাই।

সম্বলা দেশৰ পৰা জাম্বৱতী পুৰী।
সাত দিনৰ বাট আছিল কাচি পাৰি॥
কতো হয় হস্তী বতো ৰথে চৰি।
অসংখ্যাত বাদ্য ভাণ্ড আছে বঙ্গ কৰি॥১৯৯॥
এতদূৰ হন্তে আসি পালা বিদ্যাধৰ।
হুলস্থুল লাগি গৈলা গোটেই নগৰ॥
ঘোটকত চৰি আছে লক্ষেক হাজাৰ।
বত্রিশ হাজাৰ ৰাজা ৰথঁৰ উপৰ॥২০০॥
দোলাত চৰিয়া আছে লক্ষ কোটি শত।
ভূমি পাৰে যত আসে লেখা দিবো কত॥
মুখ্য মুখ্য ৰাজাগণ দোলাত চৰিয়া।
অৰ্ব্বুদায় সৈন্য আছে তাহাঙ্ক বেঢ়িয়া॥২০১॥
একোৱে নৃপতিৰ বাদ্য চাৰি যে হাজাৰ।
কৰ্ণ শুনয় মাত বোল হাহাকাৰ॥
ঘোৰাসবে চিএৰয় হস্তীৰ হিংসিনি।
ৰথৰ ঘৰ্ঘৰি হুমা হুমি মাত্র শুনি॥২০২॥

১৯৯ ১-২, ৬—সৌৱন দেশৰ পৰা যশৱন্তী পুৰী।
পঞ্চদিনে আইলা পৃথিবীক জবিপুৰি॥
২০০ ২, ঘ—এহিমতে বাদ্যভণ্ড বাৱে বিদ্যাধৰ
হুলস্থুল লাগ গৈল সকল লোকৰ॥
২০১। ৪ দোলাত—ৰথত। ঘ;
২০২ ঘ,- একো নৃপতিক সৈন্য চৱিশ হাজাৰ।
খিতাতে হুতান মাত আবাৰে প্ৰজাৰ।
হস্তীসৱ চিহৰয় ঘোৰাৰ হ্রেসনি।
ৰথৰ ঘৰ্ঘণ হুকহুক মাত শুনি॥

মাৰয় বন্দুক লক্ষ কোটি একেবাৰে।
শবদতে যেন গিৰি শৃঙ্গ খসি পৰে ॥
পৰ্ব্বত খসিয়া যেন পৰে হেন জানি।
তেহ্নয় বাদ্যৰ ধ্বনি দশোদিশে শুনি ॥২০৩॥
মধ্যত চলিয়া যায় ৰাজা বিদ্যাধৰ।
প্ৰলয়ৰ সূৰ্য্য যেন জ্বলে কলেৱৰ ॥
কি কহিবো ৰাজা বিদ্যাধৰৰ মহিমা।
সাজি আছে ৰথ খান কোনে পাৱে সীমা ॥২০৪॥
চাৰি গোট হস্তী যেন পৰ্ব্বত শিখৰ।
চাৰি গোট ঘোৰা চাৰি হস্তীৰ উপৰ ॥
ঘোৰাৰ উপৰে সাজি আছে ৰথ খান।
নলৰে শৰীৰ তাত ভূমিৰ সমান ॥২০৫॥
হয় হস্তী জ্বলে ৰথে পৰম নিকৰ্জ।
প্ৰকাশ কৰয় যেন প্ৰভাতৰ সূৰ্য্য ॥
ৰথে ধ্বজে যায় ৰাজাগণ যত যত।
বিদ্যাধৰ সূৰ্য্য যেন সবাৰো মধ্যত ॥২০৬॥
সৈন্যৰ আন্দোলে হাই শুনিতে অপাৰ।
হেমপল্ল ৰাজাৰ যে পশিলন্ত দ্বাৰ ॥
জিৰাবৰ মণ্ডপক পালা কত বেলি।
তাহাত জিৰালা গৈয়া সব সৈন্য মিলি ॥২০৭॥

২০৬। ৩-৪ হ—সেই ৰথে চড়ি যায় যত ৰাজাগণ।
অসংখ্যাত প্ৰজা আৰু যত সৈন্যগণ।

ঢাক ঢোল মৃদঙ্গ যে দামাৰ দামেনি।
কালী ভেৰী ভেক ৰাম তাল শব্দ শুনি॥
বিদ্যাধৰৰ কথা এবে এহি মানে থওঁ।
যি কৰিলা হেমপদ্ম তাৰ কথা কওঁ॥২০৮॥
অসংখ্যাত ৰান্ধনিয়ে ৰান্ধি দিয়ে ভাত।
লেখা জোখা নাই প্ৰজাগণে খায় তাত॥
অসংখ্যাত ৰান্ধনিয়ে দিয়ে বাহিৰত।
তিনি লক্ষ ৰান্ধনিয়ে দিয়ে ভিতৰত॥২০৯॥
বাহিৰত প্ৰজাগণে খায় নিৰন্তৰে।
ভিতৰত খায় মুখ্য মুখ্য নৰেশ্বৰে॥
গাৰে গাৰে সিংহাসন সুবৰ্ণৰ থাল।
আচোৱা ডাবৰ থৈলা দক্ষিণৰ ফাল॥২১০॥
কৰ্পূৰ তাম্বুল বটা থৈলা আগুৱায়।
আচমন কৰি যেন সমীপতে পায়॥
ভোজন কৰিলা পাচে নৃপতি সকলে।
বিবাহৰ গৃহে চলি গৈলা কুতূহলে॥২১১॥
ষোল প্ৰহৰৰ থলি বিবাহৰ ঘৰ।
একফাল ভৈলা সৈন্য কন্যা যে ঘৰৰ॥

২০৮ ১-২,খ—ঢাক ঢোল মৃদঙ্গ দামামাৰ যে দাজোৱা।
কালী ভেৰী ভেক ৰামশিঙা যে বাজুৱা।
২১০। ৪,খ —আচনিৰ ডাবৰ থৈছে বাম ফাল।
" ,,ঘ —অচাইৰ ডাবৰ থৈলা বাম কালে।

আগত বহিল ৰজাগণ নিৰন্তৰ।
তাৰ পাচে বসিলন্ত পাত্ৰ-মন্ত্ৰী বৰ ॥২১২॥
পাচত বহিল আন লোক বহুতৰ।
প্ৰহৰৰ বাট ভৈলা ঘৰৰ বাহিৰ॥
বিবাহত বসিলন্ত নৃপতি সকল।
জনে জনে যোগাইলন্ত কৰ্পূৰ তাম্বুল ॥২১৩॥
সুৱৰ্ণৰ গছ'বাতি সবাৰো মধ্যত।
সুগন্ধ অগৰু দ্বীপ জ্বলিছে আগত॥
দিনময় ভৈলা যেন গোটেই নগৰ॥
বাদ্য ভণ্ড চাই সবে জুমা জুমি কৰে ॥২১৪॥
বাদ্যৰ শবদে যেন ঘনে ভূমি লৰে।
বিদ্যাধৰ ৰজা উঠিলেক কত পৰে॥
জোকাৰ পাৰিয়া উঠিলেক কন্যাগণ।
বাদ্যৱতী গণ উঠিলেক তাৱক্ষণ ॥২১৫॥
পৃথিৱী মণ্ডল কম্পি কম্পি লোৱে ঠাই।
হাজাৰে হাজাৰে সৈন্য কৰে জয় জয়॥
ইন্দ্ৰে যেন বজ্ৰ মাৰি কৰে বজ্ৰ ধ্বনি।
হেম পদ্ম ৰজা পাচে পঠালা ছুলনি ॥২১৬॥

---

২১২ ৪ ঘ-—মধ্যত বসিলা পাত্ৰ মন্তা মন্ত্ৰীবৰ।
২১৫ ঘ— হেমপদ্ম ৰজা যাই পাইলা তেতিক্ষণ।
জোকাৰ মাৰিয়া উঠিলা সৈন্য গণ।
সেহেন পৃথিৱীখান কাম্পিলা তেখন।
বাদ্যভণ্ডে সকলে উঠিলা তাৱক্ষণ॥

অল্প সৈন্য দেখি ৰাজা মনত বিষাদ।
বৰ বৰিবাক লাগি পঠালা সংবাদ॥
দীপ ঘট লৈয়া পাচে নিলা আগবাঢ়ি।
বসিবাক দিলা তাতে সিংহাসন পাৰি॥২১৭॥
শিৱ শৰ্ম্মা বদতি যে শুনা কুৰু ৰাই।
বিবাহ চাহিবে ঋষি গৈলা অৰ্বুদ ই॥
মধ্য শৃঙ্গি ঋষি যত আছয় নগৰ।
শিৱ শিৱ লগ্ন বর্ক আৰু ভূমিধৰ॥২১৮॥
কাব্যভুজ নাৰদ ঋক্ষ ধৰ্ম যব্দ।
ভগণ্ড অচণ্ড পতি নৰসিংহ শব্দ॥
অৰবিন্দ ভূমিধৰ আৰু মধু ঋষি।
এহিমতে ঋষিগণ আসিলা হৰিষি॥২১৯॥
উনৈশ হাজাৰ ঋষি ভৈলা সবে মিলি।
আসনে বসিলা সবে বিবাহৰ থলি॥
গোসাই পূজিবে লৈলা ফুলজল তুলি॥
স্বৰ্গক লঙ্ঘিলা ব্ৰাহ্মণৰ বাক্য ধ্বনি॥২২০॥
সুগন্ধিত জলে পাচে কৰিলেক স্নান।
যজ্ঞৰ থলিক পাচে কৰিলা গমন॥

২১৮।২১৯-ঘ—অশ্বমেধ ...আদি যত ঋষিগণ।
শিৱনাথ গদাধৰ আনো ঋষিগণ॥
কাশ্যপ যে নাৰদ আসিল অসংখ্যাত।
থানে থানে ঋষিগণ আসিলা যত যত॥

কুশ শান্তি কৰি পাচে হোমক পাতিলা ।
বেদ বাক্য পঢ়ি পাচে মন্ত্র আৰম্ভিলা ॥২২১॥
ঈশ্বৰ পূজিয়া বস্তু কৰি অনুষ্ঠান ।
ৰাজাক বোলন্ত এবে কন্যা খানি আন ॥
আদেশ কৰিলা হেমপদ্ম নৰেশ্বৰ ।
অলঙ্কাৰ পিন্ধাইলা কন্যাক তান ঘৰ ॥২২২॥
বিদাৰ্ভৰ নৃপতিৰ আয়তী যতেক ।
তান ঘৰে গৈয়া অলঙ্কাৰ পিন্ধাইলেক ॥
বাপেকৰ অলঙ্কাৰ সবে থহাই থৈলা ।
বিবাহৰ অলঙ্কাৰ গাৱত পিন্ধালা ॥২২৩॥
কৰ্ণত কুণ্ডল গলে লৈলা হেমহাৰ ।
কঙ্কালে পিন্ধালা আনি পাট পীতাম্বৰ ॥
হাতত পিন্ধালে কঙ্কণ বাহুত জাপ টাড় ।

২২১ । ৪. ঘ—সুগন্ধী ধূপৰ গন্ধে উঠিলেক ছানি ।
দক্ষিণা লৈলেক যত কাহবেক কুনি ॥
কুশান্ত কৰিয়া পাছে হোমক পাতিলা ।
...... বেদমন্ত্র পঢ়িবাক আৰম্ভিলা ॥
২২২।৪-ঘ - বিবাহৰ কন্যাখানি আনোক সত্বৰ ॥
২২২ আৰু আৰু ২২৩ নংৰ মাজত এই পদখনি ঘ পুথিত আছে
হেম পদ্ম নৃপতিৰ আয়তী সকলে
গুৱাপান দিলা আনি অতিথি সকলে
এনাই কথাত আমি কন্যা দিব নোৱো
সত্বৰি হৈলেসে আমি কন্যা দিব পাৱো ।
শুনি তান বিদাৰ্ভৰ বুলিলা বচন ।
কিবা চাহি আছা মোৰ পাত্র মন্ত্রীগণ ॥
যাহ ৰ ৰাজাত যেন আছয় যেহেতা ।
যাক নিদিলেসে মোক বুলিবে অন্যথা ॥

কপালত বপালী দেখোঁতে জাতিস্কাৰ ॥২২৪॥
আঙ্গুলিত পিন্ধাইলা ৰত্নৰ আঙ্গঠি ।
পাৱত নুপুৰ প্ৰতি আঙ্গুলিত আঙ্গঠি ॥
সোনোৱালি আভৰণ পাচে আনি দিলা ।
স্বৰ্ণ সদৃশ জ্যোতি কৰিবে লাগিলা ॥২২৫॥
বিমানে আসিযা বসিলেক যজ্ঞ স্থলি ।
ঘূৰি ঘূৰি চাহিয়া বসিলা চন্দ্ৰাৱলী ॥
মুখ চন্দ্ৰ ভাজি লক কৰি মহা যত্ন ।
সুলোচনা সিঞ্চিলেক এক পোহা ৰত্ন ॥২২৬॥
ৰত্ন সিঞ্চি আসনে বসিলা বৰনাৰী ।
জয়ধ্বনি কৰিয়া বসিল অন্য তিৰী ॥
ৰত্নফুল সিঞ্চিয়া যে পূজিলন্ত হৰি ।
পূজি সুলোচনা সুমৰন্ত ৰাম হৰি ॥২২৭॥

---

একলক্ষ কাওন ভৰা সাজি বান্ধি দিলা ।
পৰম কঠিন ৰাজা তথাপি বুলিলা ॥
চাৰি কোটি দাম দিলা তাহাৰ লগত ।
সবে বাটি লৈলা হাত কন্যা আছে যত ।
ওপৰৰ পদ কেইটাৰ পাছৰ পৰাহে ২২৩নং পদ আৰম্ভ হৈছে ।

২২৪ ৩-ঘ কপালত দিলেক জেঠি অতি চমৎকাৰ ।
২২৬। ১-ঘ — বিৰিঞ্চৰ থান পাছে পাইলা যজ্ঞস্থলি
৩-৪ ঘ— সুলোচনা সিঞ্চিলেক পাছে মহাৰত্ন ।
২২৭, ৩-৪, ঘ—ৰত্নক সিঞ্চিয়া পাছে কৰি ভাত কৰ্ম
হৰি পূজি সুলোচনা সুমৰে ধৰ্মাধৰ্ম ।

কতো বেলি পাইব আমি মাধৱ বিক্রম।
এহি বুলি কন্যায়ে সুমৰে ধৰ্ম্ম ধৰ্ম্ম ॥
কতো বেলি হৰি নিবো মনত উৎপাত।
এহি বুলি বাৰে বাৰে পাৰে বাম হাত ॥২২৮॥
শিৱ শৰ্ম্মা বদতি শুনিয়ো ধৰ্ম্মৰায়।
পচাক্ষমে কুমাৰক জগাবাক যায় ॥
বাদ এৰাই কুমাৰক জগুৱালে পাচে।
নাজাগে কুমাৰ অচেতন পৰি আছে ॥২২৯॥
আমাত নাহিকে দোষ বোলে পচাক্ষমে।
নিদ্ৰাত হৰাইলা কন্যা মাধৱ বিক্ৰমে ॥
দেৱগণ সাক্ষী হৈবা মোত দোষ নাই।
হৰাইবাৰ কন্যাক চাকৰে লৈয়া যায় ॥২৩০॥
এহিবুলি পচাক্ষমে ঘোৰাত চৰিলা।
মনোজয় ঘোৰা লৈয়া বিবাহক গৈলা ॥
সুলেচনা কন্যাক দেখিলা বিদ্যমানে।
নিব বুলি বাম হাত পাৰে ঘনে ঘনে ॥২৩১॥
এহিমতে পচাক্ষমে আছে বাট চাই।
একোমতে হৰিবাৰে চলক নপায় ॥
শিৱ শৰ্ম্মা বদতি শুনিয়ো মহাবল।
যি কথা কৰিলা তাতে ব্ৰাহ্মণ সকল ॥২৩২॥

---

২৩১'১-৪, ঘ,— এহি বুলি পচাক্ষমে উৰাও কৰিলা।
শীঘ্ৰ বেগে গৈয়া বিবাহৰ থান পাইলা ॥
সুলেচনা কন্যাক পাইলেক দৰশন।
নিযে বুলি বাম হাত হাণ্ডে ঘনে ঘন ॥

বিদ্যাধৰ নৃপতিৰ গুৰু পুৰোহিত।
শৃঙ্গী মহাঋষি যজ্ঞ পাতিলা তহিত ॥
গালৱ ব্ৰাহ্মণ সব অতি বিপৰীত।
হেম পদ্ম নৃপতিৰ গুৰু পুৰোহিত ॥২৩৩॥
গালৱে বোলন্ত ঋষি শৃঙ্গীক সম্বোধি।
তুমি পুৰিয়োক হোম আমি পঢ়ো বিধি ॥
যজ্ঞ বিসৰ্জ্জন দান আমি লৈবে পাওঁ।
তোমাৰ আগত মই স্বৰূপত কওঁ ॥২৩৪॥
বৰ দাতা কন্যাদাতা ব্ৰহ্মদাতা দান।
তোমাক দক্ষিণা দিলো এহি তিনি খান ॥
শৃঙ্গী ঋষি বোলে তুমি শুনিয়ো বচন।
যজ্ঞ বিসৰ্জ্জন দান নকৰিবা মন ॥২৩৫॥
গালৱ বদন্তি শৃঙ্গী কৰিয়োক মন।
দক্ষিণা নেদিলে তুমি নপুৰিবা হোম ॥
শৃঙ্গীযে বোলন্ত পুৰিবাক নেদো তুমি।
যাচিয়া দিয়ক কন্যা কথা বান্ধো আমি ॥২৩৬॥
এহি কথা শুনিলেক শৃঙ্গী মহা গৰ্ব্বে।
ক্ৰোধিয়া গালৱে তুলি লৈলা শ্ৰুক স্ৰুৱে ॥

২৩৬।১-৪,— গালৱে বদন্তি শৃঙ্গী শুনিয়োক তুমি।
দক্ষিণা নেদিলে কেনে পূৰিবোহো তুমি
শৃঙ্গী বোলে তুমি..................... ।
যাচি দিয়া কন্যাৰ যে কথাবান্ধা তুমি ॥

ই কথা মাতিলা তুমি অতি মহা গৰ্ব্বে।
ই কথাত কাত দোষ সুধি চাৱা সৰ্ব্বে ॥২৩৭॥
কৰিলা মৰ্য্যাদাহীন সভা বিদ্যমানে।
ৰাজায়ে ৰাজাক কন্যা যাচি দিব কোনে॥
মৰ্য্যাদা ভাঙ্গিলা আজি তাৰ মান সাধো।
গজা চাৰি মাৰিয়া সভাৰ বাঝ কৰো ॥২৩৮॥
হেন শুনি শৃঙ্গী উঠি মহা ক্ৰোধ কৰি।
চৰোক দাঙ্গিয়া বোলে মাৰো খুন্দা চাৰি॥
দুইকো দুই চৰোক কৰয় দাঙ্গা দাঙ্গি।
উনৈশ হাজাৰ শিষ্য ঋষি ৰাজ শৃঙ্গী ॥২৩৯॥
বত্ৰিশ হাজাৰ শিষ্য আছে গালৱৰে।
শৃঙ্গীয়ে গালৱে চৰ দাঙ্গা দাঙ্গি কৰে॥
শিষ্যৰ মাজত ৰৱ লাগি গৈলা দন্দ্ব।
সেহি সময়ত পাচে ভৈলা মহা মন্দ ॥২৪০॥
ছিদ্ৰ পাই পচাক্ষম গৈলা সেহি ছেগে।
কন্যা ধৰি হৰি নিলা মনোজয় বেগে॥
ব্ৰাহ্মণ মাজত লাগি গৈলা উসমিস।
কন্যা হৰি নিলা কোনে নাপালা উদ্দেশ ॥২৪১॥
পচাক্ষমে মহাৰঙ্গে কন্যা হৰি নিলা।
পদ্মত যাহন্তে পাচে যেন কথা ভৈলা॥
কন্যাক হৰিয়া যোৰ নিলা বিবাহৰ।
যোৰাৰ উপৰে কথা শুনিলা বিস্তৰ ॥২৪২॥

২৩৮-২ গ,ঘ—শ্ৰৱণক ধাওঁয়া জানা মাৰো খুন্দা চাৰি॥
দুইকো দুই শ্ৰৱতুলি কৰে দোভাচুঙি।
এহিমতে দুই ঋষি কৰে খণ্ড খণ্ড॥

ঃবিয়া আনিলা মোক অনেক প্ৰৱন্ধে ।
সুহিকে কুমাৰ পাওঁ শৰীৰৰ গন্ধে ॥
পুহাইলা ৰজনী আসি ভৈলা সুপ্ৰসন্ন ।
চিনিলা চাকৰ বুলি দুৰ্জ্জনৰ মন ।২৪৩॥
আমি সমে ইহাৰ কিমতে হৱ ঘৰ ।
সুফল চুহিবে খোজে পোকে গোবৰৰ ॥
দধি দুগ্ধ ভোগক শূকৰে বাঞ্ছা কৰে ।
শৃগাল চৰিব খোজে হস্তীৰ উপৰে ॥২৪৪॥
১চাক্ষম চাকৰৰ ভৈলা সেহি কৰ্ম্ম ।
ঃৰি হৰি কি কৰিলা মাধৱ বিক্ৰম ॥
দুৰ্জ্জনৰ হাতে আজি কি কৰয় ধৰ্ম্মে ।
যেন তেন কৰি এৰাবাৰ চাৰে মৰ্ম্মে ॥২৪৫॥
চাকৰক মাতিলেক মধুৰ বচনে ।
ঃৰিবে খুজিলা মোক মাধৱ বিক্ৰমে ॥
অভাগিনী মোক আজি নিৰি বাহুৰাই ।
যদি শাস্তি পুণ্য আছে ৰাখিব গোসাই ॥২৪৬॥

---

২৪৩ ৪ ঘ, – চিনিলা কন্যায়ে তাক নিচিনে দুৰ্জ্জনে ।
২৪৪।২ ঘ,— কেতেকী চুহিবে ............ ।
২৪৫।ধ— পচাক্ষম চাকৰৰ ভৈলা হেন ছান।
এহিগুণ কন্যা পাচে গুণে মনে মন ॥
হৰি হৰি কি কৰিলা মাধৱ বিক্ৰম ।
দুৰ্জ্জনৰ হাতত আজি কি কৰয় ধৰ্ম্ম ।
২৪৬। ঘ— হৰিবে খুজিলা মোক মাধৱ বিক্ৰম
ইহাৰ হাতত আজি কি কৰিহা ধৰ্ম্ম
এহি বুলি সুলোচনা হৰিক চিন্তিলা
বাসুদেৱ হৰি আসি বিদিগত ভৈলা ।

পচাক্ষমে বোলে তই নকৰিবি ভয়।
পৰম সুখত তোক ৰাখিবোহো ময়॥
মাধৱ বিক্রম মোৰ হোন্ত ধর্ম্ম বাপ।
সংশয় নকৰি মোক ভজা এৰি তাপ॥২৪৭॥
হেন বাক্য বুলি তোক মোক দিছে এৰি।
তাহান আজ্ঞায়ে মই আনিছোহো হৰি॥
চলি যাওঁ মনে তুমি নকৰিবা দুখ।
আমাক বৰিলে তেৰি হৈব মহা সুখ॥২৪৮॥
শুণি চাই এৰাবাৰ চল একো নাই।
কতো বেলি গুণি পাচে পাইলন্ত উপায়॥
দুষ্টক এৰিলে আত কিচো দোষ নাই।
হাতৰ এৰাইতে পাৰো যিমত উপায়॥২৪৯॥
হাতৰ এৰাই পাচে যেন তেন কৰো।
বলক কৰিলে আক কি কৰিতে পাৰো॥
আগে মোৰ শান্তি ধর্ম্ম কৰিবেক নষ্ট।
কি কৰিবে পাৰো চাওঁ কৰি কায়া কষ্ট॥২৫০॥
নষ্ট মাত্র কৰিবেক কি কৰিতে পাৰো।
হাতৰ এৰাই মোৰ কুল ৰক্ষা কৰো॥
কার্য্যক গুণিয়া কন্যা বুলিলেক বাণী।
বোলে পিয়াসতে মৰো জল দিয়া আনি॥২৫১॥

২৪৯। ৩, ঘ—দুষ্টক কৰিলে দুই কিচো দোষ নাই

জলক ভুঞ্জিয়া আগে শান্ত কৰো দেহ।
পাচত শৃঙ্গাৰ কৰো নাহিকে সন্দেহ॥
মনৰ বাঞ্চাক পূৰ পাচত কৰিবি।
নির্জন বনত একো ভয় নকৰিবি॥২৫২॥
কিনো মোৰ পূর্ব ভাগ্যে পাইলো সাধি সাই।
পচাক্ষমে বুলিলেক বচন শুনাই॥
ঝাম্প দিয়া ঘোৰাৰ নামিলা তেতিক্ষণে।
জল আনিবাক গৈলা ত্বৰিত গমনে॥২৫৩॥
ঠগিলো বুলিয়া কন্যা হাসে খলখলি।
দণ্ডেকৰ পন্থমানে গৈলেক লৰৰি॥
ঘোৰাত মাৰিলা কন্যা চাবুকৰ বাৰি।
বিজুলি সঞ্চাৰে ঘোৰা গৈলা ডেৱ পাৰি॥২৫৪॥
ডাক দিয়া কন্যা বোলে শুনা পচাক্ষম।
তোহোৰ পাপীৰ ভৈলা এনয় অধর্ম্ম॥

২৫২। ঘ— জলপান কৰায়োক প্ৰাণ ৰক্ষা কৰো।
শৃঙ্গাৰ দিবোহো পাছে পিপাসত মৰো॥
মনৰ বাঞ্চত তুমি সম্পূর্ণ কৰিবা।
নির্জ্জন বনত তুমি ভয় নকৰিবা॥
২৫৩। খ গ দুয়ো পুথিতে সাৰিসাই শব্দ আছে।
*ঘ পু থ—পাছসা*
২৫৪। ১-২, ,, দণ্ডেকৰ বাট সেহো অন্তৰিয়া গৈলা।
ছলিলো ছলিলো বুলি হাসিবাক লৈলা॥

উৰাও কৰিয়া কন্যা কত দূৰে গৈলা।
পচাক্ষমে জল লৈয়া ফিৰিয়া আসিলা ॥২৫৫॥
দেখিলেক শূন্য স্থান কন্যা কৈক গৈল।
হাকুল বিকুল কৰি বিচাৰিবে লৈল॥
বিচাৰিযা পচাক্ষমে হাৰাশাস্তি ভৈলা।
শিমলু গছত মাথা ধাকুৰিবে লৈলা ॥২৫৬॥
ছাল গৈলা মুণ্ড কাটি তেজ বহি যায়।
দুখ পাই পচাক্ষমে দশো দিশে চায় ॥
শিৱ শৰ্ম্মা বদতি যে পাচ কথা শুনা।
চন্দ্রপুৰী পালে গৈয়া কন্যা সুলেচনা ॥২৫৭॥
যি থানত হেমচন্দ্র আছে মহা ৰাই।
সুলেচনা যি কৰ্ম্ম কৰিলা তৈকে যাই ॥
ঘোৰাক ৰাখিলা গৈয়া চন্দ্রপুৰ নগৰী।
স্ত্রী কাচ এৰিয়া পুৰুষৰ বেশ ধৰি।২৫৮॥
পুৰুষৰ বেশ ধৰি পিন্ধিলা কাপোৰ।
মাথাত বান্ধিলা পাচে পাট পীতাম্বৰ॥
বীৰ কাচে কাচিলেক পুৰুষৰ থান।

---

২৫৬। ঃ ঘ— শিমলু.. ... . .. মুণ্ড হানবাক লৈলা॥
২৫৭। ঃ ঘ,— সুলচনা কন্যা গৈয়া পাইলা চিত্রপুৰ।
( চন্দ্রপুৰী হব লাগে প্রকৃততে )
২৫৮ ঘ, — যি থানত হেমচন্দ্র ৰাজা অনুপাম।
তাহান নগৰ অতি দেখিতে উত্তম॥
ঘোৰাক ৰাখিলা নিয়া চিত্রপুৰী দেশে।
স্ত্রী ৰূপ এৰি ভৈলা পুৰুষৰ বেশ॥

ৰাজাৰ দ্বাৰত গৈয়া ভৈলা দৰিশন ॥২৫৯॥
দুৱৰী পুছিলা সিতো স্বৰূপ বচন।
কৈৰ পৰা কৈক যাস কিবা প্ৰয়োজন ॥
দ্বাৰীক বোলন্ত কন্যা স্বৰূপ বচন।
ছদ্ম কৰি বোলে মোৰ বীৰবল নাম ॥২৬০॥
চিত্ৰপুৰী নগৰত ত্ৰিবিক্ৰম ৰাই।
মাধৱ বিক্ৰম নামে আছে মোৰ ভাই ॥
বত্ৰিশ লক্ষণে ভৈলা মাধব বিক্ৰম।
ত্ৰিভুবনে নাই কন্যা তাহাৰ যে সম ॥২৬১॥
কন্যা নাপায় মাধৱ বিক্ৰম মোৰ ভাই।
চাবিয়ো দিশত কন্যা নাপাইলা চাই ॥
ভাতৃৰ সন্তাপ মই সহিতে নপাৰি।
দেশে দেশে ফুৰো মই তাহাক বিচাৰি ॥২৬২॥
এহি কথা ৰাজাত কহিবি নিষ্ঠ কৰি।
তাত তান ৰাজ্যে আছে কিবা দিয়োক বিচাৰি ॥
তেতিক্ষণে গৈলা দ্বাৰী নৃপতিৰ আগে।
সেহি কথা ৰাজাত কহিলা বৰ বেগে ॥২৬৩॥
চিত্ৰপুৰী নগৰত ত্ৰিবিক্ৰম ৰাই।
মাধৱ বিক্ৰম নামে তাহান তনয় ॥
মাধৱ বিক্ৰম কন্যা চাহিবাক গৈলা।
তাক চাহি বীৰবল বিচাৰি আহিলা ॥২৬৪॥

---

২৬৪। ২-ৰ— তাহান তনয় আইল তোমাসাব ঠাই।

তোমাৰ আগত নষ্ট কাহ্না নিষ্ঠ কৰি।
যেন তেন মতে তাক দিয়োক বিচাৰি॥
দ্বাৰীৰ আগত ৰাজা দিলা সন্নিধান।
বীৰবল কুমাৰক ঐক লাগি আন॥২৬৫॥
নৃপতি পুছিলা তুমি শুনা মোৰ বাক।
কৈৰ পৰা আসিলা তুমি কহিয়ো আমাক॥
মায়াবী কন্যাই বোলে শুনা মোৰ বাক।
তযু পাশে আইলো মই ভাৰ্য্যা চাহিবাক॥২৬৬॥
নৃপতি বোলন্ত বীৰবৰ হোৱা তুমি।
তাহান বীৰত্ব কথা শুনি আছো আমি॥
তযু পিতৃ মহাবলী ত্ৰিবিক্ৰম ৰাই।
ত্ৰিভুবনে তাহাক যুজন্তা কেহু নাই॥২৬৭॥
মাধৱৰ ভাই তুমি ত্ৰিবিক্ৰম সুত।
জানো মই তোমাৰ যে কৰ্ম্ম অদভুত॥
এটা কথা কওঁ বাপু তাক শুনিয়োক।
আমাৰ ৰাজ্যৰ বাপু এগোটা জন্তুক॥২৬৮॥

---

২৬৬। ৩-৪— মায়া বীৰবৰে বোলে আমাক যে বাক।

২৬৭। ২. ঘ— তোমাৰ পিতৃৰ বল শুনি আছো আমি।

২৬৯। ঘ পুথিতো মেঘনাদ যুদ্ধৰ কথা আছে; অসমীয়া সাহিত্যৰ চানেকিত প্ৰকাশিত মাধৱ সুলোচনা কাব্যত পঁড় এটাৰ উল্লেখ আছে।

২৬৮।৩-৪, ঘ— এক বাক্য বোলো তুমি তাক শুনিয়োক
একগোট জন্তু আছে তাক মাৰিয়োক।

পৰম বলিষ্ঠ তাৰ মেঘনাদ নাম।
একে ৰাত্রি চূর্ণ কৰে সাতখান গ্ৰাম ॥
সাতখান গ্ৰাম মাৰি ভুঞ্জ অনুপাম।
ৰাত্রি ভাগে আহি সিতো কৰে হেন কাম ॥২৬৯॥
অগ্নিৰ ফিৰিঙ্গি যেন আছে এহি স্থান।
সাত দিবসৰ পন্থ তাহাৰ যে থান ॥
সাত দিনে মাৰিলেক গ্ৰাম সাতখান।
মেঘনাদ নামে জন্তু পৰম দুৰ্জ্জন ॥২৭০॥
লেখা জোখা নাই মোৰ খালা প্ৰজাগণ।
সমুখে তাহাক যুদ্ধ দিবে কাৰ পুত ॥
যদি বীৰবৰ হোৱা ত্ৰিবিক্ৰম সুত।
তাহাক মাৰিয়া কৰ্ম্ম কৰা অদভুত ॥২৭১॥
তেবেসে বুলিবে পাৰো ত্ৰিবিক্ৰম সুত।
জানিবো তোমাৰ কথা সবে অদভুত ॥
মনে গুণি বোলে মই কোন কৰ্ম্ম কৰোঁ।
স্ত্ৰী হুয়া জন্তু গোট কেন মতে মাৰো ॥২৭২॥
বীৰবৰ বুলি কৈলো শ্বশুৰৰ গৰ্ব্বো।
সবে মিছা ভৈলা মোৰ নকৰোহো যেবে ॥

---

২৭১। ঘ- শবদ শুনিয়া যেন মেঘৰ গৰ্জ্জন
ভয়তে নগৰৰ কেহো চাহিবে একোজন।
লেখা নাই, জোখা নাই খালা বহুজন।
তাহাক সমুখে যুঝিবেক কোন জন ॥
২৭২। ৩-৪, ঘ— মনে মনে বোলে কন্যা কৰো কোন কৰ্ম্ম।
এহি বুলি কন্যায়ে স্মৰৱে ধৰ্ম্মাধৰ্ম্ম ॥

শ্বশুৰৰ মৰ্য্যাদাক ৰাখো কেন কৰি।
শাস্তি ধৰ্ম্ম আছে যেবে ৰক্ষা কৰা হৰি ॥২৭৩॥
এহিবুলি হৃদয়ত হৰিক চিন্তিলা।
নৃপতিক চাই পাচে বচন বুলিলা॥
জন্তু আছে যদি তাক মাৰিবন্ত হৰি।
হৰি নামাৰিলে তাক কি কৰিতে পাৰি ॥২৭৪॥
হৰি যদি মাৰে তাক নকৰিবো ভয়।
হৰিসে বুলিব পাৰে কি কহিবো মই॥
দুৰ্জনক দণ্ডিয়া তাহাক মাৰো ধৰি।
কৰোক উদ্ধাৰ মোক ঈশ্বৰ মুৰাৰি ॥২৭৫॥
হেমচন্দ্ৰ ৰাজা শুণে স্বৰূপ বচন।
কৰন্তা পুৰুষ মাত্ৰ দেৱ ভগৱান॥
হেমচন্দ্ৰ ৰাজা বোলে মনত বিস্ময়।
পৰম পণ্ডিত তুমি নৃপতি তনয় ॥২৭৬॥
যত্ন কৰি দিয়া আহ্ন ৰহিবাৰ ঘৰ।
বলৰ প্ৰমাণ বোঝোঁ গাৱৰ ইহাৰ॥
গধূলি সময় ভৈলে হৈবা সাৱধান।
বীৰ কাচে কাচি সবে হুয়োক যতন ॥২৭৭॥

২৭৫। ৩-৪, ঘ— দুৰ্জনক মাৰি তাৰ সাধিবন্ত গতি
কৰন্তা পুৰন্তা দেৱ চিৰি যদুপতি
২৭৭ ঘ— যত্ন কৰি দিয়া তাহ ৰহিবাৰ ঘৰ।
বিলম্ব নকৰি সবে জায়োক সত্বৰ॥
বলবন্ত পুৰুষৰ বুজো তাৰ মন।
চাৰিদণ্ড ভৈলা সবে হৈবা সাৱধান॥

যুদ্ধৰ সম্ভাৰ লৈয়া একে যুথে যাবা।
জন্তু গোট যৈতে আছে ইহাক দেখাবা॥
পাত্ৰ মন্ত্ৰী সবেও শুনিয়া হেন বাক।
কৃতাঞ্জলি কৰি সবে বুলিলা ৰাজাক ॥২৭৮॥
আটাহ শুনিলে তাৰ ডৰে ধাতু যায়।
কেনমতে দেখাবোহো ওচৰক যাই॥
ৰাজা বোলে ওচৰক কোনো নাযাইবা।
এহি দিশে আছে বুলি বাট দেখুৱাবা ॥২৭৯॥
চাৰি দিশে ৰিঙ্গি পাৰি থাকিবাহা চাই।
জাগিলে মাত্ৰকে সবে আসিবা পলাই॥
নৃপতিক চাই বাক্য বোলে সৰ্ব্বলোকে।
আসি ধৰিবেক সিতো বিজুলি চমকে ॥২৮০॥
কোনে পলাইবাক পাৰে কাহাৰ শকতি।
কেতিক্ষণে ধৰে আসি তাৰ নাই থিতি॥
তথাপি তোমাৰ বচনে চলি যাইবোঁ।
অন্তৰৰ পৰা আমি আঙ্গুলি দেখাবো ॥২৮১॥
হেমচন্দ্ৰ ৰাজা বোলে কিছো দোষ নাই।
যেন তেন মতে তাক দিবাহা দেখাই॥

---

২৭৭। ঘ— মন্ত্ৰীসকলক ৰাজা দিলন্ত উত্তৰ।
বিচিত্ৰ কৰিয়া দিয়া বহিবাৰ ঘৰ॥
বীৰবল কুমাৰৰ বুঝো ৰত্তমান।
গধূলিকা ভৈলে সবে হয়ো সাৱধান॥

এহি কথা শুনি পাচে পাত্ৰ মন্ত্ৰীগণ।
ঘৰাঘৰি যাই পাচে কৰিলা ভোজন ॥২৮২॥
ভোজন কৰিয়া পাচে পুত্ৰ পৰিয়াৰ।
গলা গলি কৰি সবে কান্দিলা বিস্তৰ ॥
যতেক আছিল মানে কুটুম্ব বান্ধৱ।
গলাগলি কৰিয়া কান্দিলা একে থাৱ ॥২৮৩॥
চাহিবাক লাগি কতো আসিল তিৰী ছলি।
পত্নুলি ওলাই কৰিলেক গলাগলি ॥
হিত বাক্য বোলে কতো তাক লৈয়া মনে।
মোক লাগি চিন্তা নকৰিবা একো জনে ॥২৮৪॥
এহিবুলি পিন্ধিলেক যুদ্ধৰ যে সাজ।
ক্ৰন্দন কৰিলা সবে এৰি লাজ কাজ ॥
যুদ্ধৰ সম্ভাৰ লৈলা যাৰ যেন মতে।
যুঝাক কটক লৈলা কোটি লক্ষ শতে ॥২৮৫॥
নৃপতিক গৈয়া সবে কৰিলা সেৱলি।
চক্ষুৰ লোতক পৰয় সৰ সৰি ॥
ভাৰ্য্যা পুত্ৰে বিলাপিয়া কৰন্ত ক্ৰন্দন।
মায়া বীৰৱৰে পাচে গুণে মনে মন ॥২৮৬॥

---

২৮৩।১ পৰিয়াৰ পৰিবাৰ ; খ পুথিত পৰিয়াল আছে।
২৮৪।৩-৪ খ হিত বাক্য কহে কতো তাক লৈয়া যাই।
আমাক লাগি সন্তাপ যে নকৰিবা ভাই।
২৮৪ ৩-৪ ঘ— হিতবাক্য বোলো ঘৰে যাওক ছুনাই।
মোক লাগি সন্তাপ এৰিয়ো বাপ ভাই।
২৮৬।৪ ঘ— মায়া বীৰবল সিটো যাই শীঘ্ৰ কৰি।

যুদ্ধক ওলালা সবে হাতে অস্ত্র ধৰি ।
মনোজয় নামে ঘোৰা তাহাত যে চৰি ॥
বীৰ কাচে কাচিয়া হাতত শূল লৈলা ।
হৃদয়ত শ্ৰীকৃষ্ণক চিন্তিবা লৈলা ॥২৮৭॥
মনোজয় ঘোৰা লৈয়া সবাৰ আগ ভৈলা ।
ঝুমা ঝুমি কৰি যাই কটক পাইলা ॥
নিৰ্জ্জন বনত যাই প্ৰবেশি সকলে ।
মনে মনে গণে সবে জন্তু গোট আইলে ॥২৮৮॥
নিশ্চয় জানিলো আজি খাইবেক আমাক ।
চাৰিদণ্ড অন্তৰত ৰৈলা সেনা ঝাক ॥
প্ৰবোধ বচনে বুলিলেক জনে জনে ।
শুনিয়োক বাৰ তুমি আমাৰ বচনে ॥২৮৯॥
ত্ৰিভুবনে জন্তুক যুঝন্তা কেহ নাই ।
আছোক যুঝিবা আটাসতে প্ৰাণ যাই ॥
কিমতে যুঝিবা তাক দেখোঁতে সংশয় ।
ওচৰক যাবাক তোমাৰ শক্তি নাই ॥২৯০॥
তোমাক বোলোহো বাপু প্ৰস্তাৱৰ বাণী ।
কাৰ শক্তি আছে তাক মাৰিবেক কুনি ॥

২৮৮। খ— ঝুমাঝুমি কৰি যাই কটক সকল ।
নিৰ্জ্জন বনক যে পাইলেক মহাবল ।
২৮৭। ১০০, ঘ— ৫ বোল বাখি । মোক কৃষ্ণৰ চৰণে ।
আহে বুলি মাধৱক চিন্তিলন্ত মনে ॥
২৮৯।৩-৪ ঘ— চাৰিদণ্ড অন্তৰত ৰহিলা সেনাগণ ।
ভয়ত থাকিলা কেহো নযায় একোজন ॥

হিত বোল বোলোঁ বাপু তোমাকেসে চাই
জন্তুক মাৰিবে এৰি যায়োক পলাই ২৯১॥
আপুনি জানাহা বাপু হিতাহিত যাক।
ৰাজাৰ বচনে কোনে পাৰে মৰিবাক॥
তুমি যে পলাইলে বাপু সবে ৰক্ষা পায়।
জন্তুক মাৰিলা বুলি আমি কও যাই।২৯২॥
মায়াবীয়ে বোলে ইতো কথা নুহি ভাল
ই কথা শুনিলে ৰাজা নুবুলিব ভাল॥
ক্ষত্ৰীয়ে পলায় যদি সমৰক এৰি।
সাত পুৰুষ নৰকত থাকিব যে পৰি॥২৯৩॥
ভকতৰ মিছা কথা জানিবা তেনয়।
সতীয়ো অসতী হয় নৰকে পৰয়॥
তাহাক মাৰন্তে যদি মই যাওঁ মৰি।
তথাপিতো নপলাওঁ সমৰক এৰি।২৯৪॥
শুনিলা সকল হেন নিষ্ঠুৰ বচন।
হেন শুনি সৰ্ব্বলোকে বোলয় বচন॥
যাইবাক নপাৰো আমি তোমাৰ বচনে।
দক্ষিণ দিশক লাগি কৰিয়ো গমনে॥২৯৫॥

---

২৯১। ১-২, খ— তোমাক বোলোহো এক প্ৰস্তাৱৰ বাক
কাৰ সাধ্য আছে বাপু মাৰিবন্ত তাক॥
২৯২। ৩-৪, খ— তুমি পলাই গৈলে বাপু আমি ৰক্ষা পাওঁ।
জন্তুক মাৰিলা বুলি একমুখে কওঁ
২৯৩। ৪ খ— সপ্তম পুৰুষ থাকে নৰকত পৰি।

সমদলে কটক ৰহিলা সেহি স্থানে।
মায়া বীৰবৰ চলি গৈলা তেতিক্ষণে ॥
বনৰ মাঝত নিয়া ঘোৰাক ৰাখিলা।
কৈত আছে জন্তু গোট কাণ পাতি বৈলা ॥২৯৬॥
ভয়ঙ্কৰ বৃক্ষ আছে বনৰ ভিতৰে।
প্ৰৱন্ধে ঘূৰিবে পাৰে চাৰিয়ো কাষৰে ॥
হেনমত বৃক্ষডাল দেখি বিপৰীত।
শুতি আছে জন্তু গোট তাঁহাৰ তলত ॥২৯৭॥
নিদ্ৰাতে থাকন্তে জন্তু গাৱে ঝাকি মাৰে।
অগ্নিৰ ফিৰিঙ্গি যেন ঝাকে ঝাকে উৰে।
নাকৰ নিশ্বাসে যেন বতাসে ফোঁপায়।
হস্তী গৰু মহিষক বতাহে উৰায় ॥২৯৮॥
তথাত থাকিয়া কন্যা গুণয় মনত।
তুমি নামাৰিলে প্ৰভো মাৰিবো কিমত।
যদি শাস্তি পুণ্য মোৰ আছে মহা ধৰ্ম্ম।
আপুনি কৰিবা প্ৰভু ইতো মহা কৰ্ম্ম ॥২৯৯॥

২৯৬। ৪ ঘ— কৈত আছে জন্তু গোট চক্ষু মেলি চাইলা।
২৯৭। ৫ ঘ— শুতি .............. আছি বিপৰীত।
২৯৭। ১-২, খ— ভয়ঙ্কৰ বৃক্ষগোট বনৰ ভিতৰে।
প্ৰবন্ধে ঘূৰিতে পাৰে চাৰিও পাঞ্জৰে।
২৯৮। ১-২, ঘ— নিদ্ৰাত থাকন্তে সিটো নিশ্বাসক কাঢ়ে।
অগ্নিৰ ফিৰিঙা যেন ঝাকে ঝাকে উৰে।

এহি বুলি সুলোচনা হৃদয়ত স্মৰি।
অসুৰক খেদি গৈলা হাতে অস্ত্ৰ ধৰি ॥
এক হাতে খাণ্ডা লৈলা আৰু হাতে শেল।
মাধৱে বোলন্ত কিনো ভকতিৰ বল ॥৩০৩॥
মোক সাৰ কৰি কথা ভজিলিহি তই।
অসুৰে মাৰিয়া খাইবে জানিলো নিশ্চয়।
ধন্য ধন্য কন্যা তুমি ভক্তিত সম্পূৰ্ণ।
এহি বুলি গৰ্ভত পশিলা নাৰায়ণ ॥৩০১॥
যেতিক্ষণে গৰ্ভত পশিলা নাৰায়ণ।
তেতিক্ষণে বাঢ়িলেক বল দহগুণ ॥
শেলৰ প্ৰহাৰ দিলা অসুৰৰ মুণ্ডে।
বজ্ৰপাত ভৈলা যেন পৰ্ব্বত শিখৰে ॥৩০২॥
শেলৰ প্ৰহাৰে সিটো দুৰ্জ্জয় অসুৰ।
জাগি উঠি বসিলেক শব্দ গৈলা দূৰ ॥
দুই গোট চক্ষু যেন মাণিক ৰতন।
ক্ৰোধে ঝঙ্কাৰন্ত মাথা কালান্তক যম ॥৩০৩॥
মাথা ঝঙ্কাৰন্তে শব্দ বহে বহু দূৰ।
ভৰিৰ প্ৰহাৰে পৰ্ব্বত হোন্ত চূৰ ॥
থিয় হৈয়া পৰ্ব্বতত মাৰে খঙ্গে গুৰি।
সাগৰ পৰ্ব্বত সমে লৰে মেৰু গিৰি ॥৩০৪॥

৩০৪। ২-৪, খ — চৰণৰ প্ৰহাৰে পৰ্ব্বত হোৱে চূৰ।
ভৰি আচাৰন্তে পৃথিৱীত যাবে গুৰি।
সাগৰ পৰ্ব্বত যানে কাম্পে তৰতৰি ॥

বিস্ময় দেখিয়া কন্যা অসুৰৰ মূৰ্ত্তি।
মহাভয়ে কন্যা পাচে ভৈলেক বিচূৰ্ত্তি॥
মনত গুণিয়া কন্যা নাপাস্ত উপায়।
কথায়ে বোলন্ত প্ৰভু হৈবাহা সহায়॥৩০৫॥
বোলে প্ৰিয় ভকতক ৰাখিবা নিশ্চয়।
গৰ্ভত থাকিয়া গোসাই ভৈলন্ত সহায়॥
নাহি শ্ৰুতি বুদ্ধি সিটো নাই দিন-ৰাতি।
কৃষ্ণৰ প্ৰসাদে ভৈলা বিপুল শকতি॥৩০৬॥
কন্যাৰ গৰ্ভত থাকি যুঝেঁ দামোদৰ।
আৰু তাতে মনোজয় ঘোৰাৰ উপৰ॥
আৰু তাতে তীক্ষতৰ খাণ্ডা ধৰি হাতে।
ইন্দ্ৰে যেন বজ্ৰ মাৰে ধবল পৰ্ব্বতে॥৩০৭॥
অসুৰৰ গাৰে দিলা খাণ্ডাৰ প্ৰহাৰ।
মেঘ নাদ জন্তু মৰি গৈলা যমদ্বাৰ॥
মেঘনাদ জন্তু যদি ভৈলেক নিৰ্ম্মূল।
উঠিল পৃথিবীখন চাৰি যে আঙ্গুল॥৩০৮॥
মাৰিলেক জন্তু গোট ঘোৰ শেল ভেদি।
সাগৰ সমান শোণিতৰ বহে নদী॥

---

৩০৫। ঘ,— সেহিক্ষেণ হৃদয়ত থাকি যদুৰাই।
মনত গুনন্ত আজি মিলিল প্ৰলয়।
বোলে প্ৰভো ভকতক ৰাখিবে লাগয়।
গৰ্ভত থাকিয়া প্ৰভু ভৈলন্ত সহায়॥
৩০৭। ২ ঘ— সাক্ষীমাত্ৰ ভৈল কন্যা যুঝে গদাধৰ॥

মাৰিলেক জন্তু গোট পৰম দুৰ্জন।
তেবেসে ধৰণীখান ভৈলা সুপ্ৰসন ॥৩০৯॥
শুনিয়োক সৰ্ব্বজন কৃষ্ণৰ চৰিত্ৰ।
কন্যাৰ সহিতে হৰি দেখা কেনে মিত্ৰ ॥
যাৰ ভকতিক তুষ্ট ভৈলা দেৱ হৰি।
অসুৰক মাৰে কন্যা হাতে শেল ধৰি ॥৩১০।
সৰ্ব্বলোকে বোলে জন্তু কন্যায়ে মাৰিলা।
ঈশ্বৰে যে মাৰিলেক ফেৰে নেদেখিলা ॥
পৰিল অসুৰ শব্দ ভৈলা শুমাশুমি।
পলাইবাক লাগি সৈন্যে কৰে ঝুমাঝুমি ॥৩১১॥
ফিৰিয়া আসিয়া কন্যা দেখিলা সবাক।
নগলাৰা বুলিয়া সবাকে দিলা হাক।
নগলাই থাকি পাচে লোক নিৰন্তৰে।
কি ভৈলা কি ভৈলা বুলি পুছিলা সাদৰে ॥৩১২॥
মায়া বীৰবৰে বোলে হৰিসে মাৰিলা।
মাৰিয়া অসুৰ যমপুৰী চলি গৈলা ॥
যেহি বেলা ভূমি খান লৰিল বিস্তৰ।
সেহি বেলা জন্তু মৰি গৈলা যম ঘৰ ॥৩১৩॥
নগলাৰা ভয় আৰু নাহিকে কাহাৰ।
হৰিসে কৰিলা জানা কুশল সবাৰ ॥

---

৩১৩। ৩-৪,গ— যেহি বেলা জন্তু মাৰ গৈলা যমঘৰ।
নগলাইৰা ভয় আৰু নাহিক তাহাৰ।

শুনিয়োক সর্ব্বজন কৰি একমন।
অভীষ্ট পূৰণ পদ অমৃত সমান ॥৩১৪॥
দেখিলা হৰিৰ কেনে অতর্ক মহিমা।
অভকতে মুবুজয় হৰিৰ মহিমা।
স্বধর্ম্মত থাকি যদি সঙ্কটে পৰয়।
নাহি কোনো ভয় তাক হৰিয়ে ৰাখয় ॥৩১৫॥
যি থানত গর্ব্ব অহঙ্কাৰ যত যত।
নিসিজিবে ভক্তি তাঁৰ জানা সেহিমত ॥
মেঘনাদ জন্তু সম ত্রিভুবনে নাই।
তিৰীৰ হাতত তাক মাৰাইলা গোসাই ॥৩১৬॥
হৰিৰ চৰণ মনে কৰিলেক সাৰ।
জানা একো কালে অমঙ্গল নাহি তাৰ ॥
তাক জানি নৰলোক এৰা আন কাম।
পাতক ছবোক ডাকি বোলা ৰাম ৰাম ॥৩১৭॥

—:• × •:—

৩১৬. ১-২, ঘ— হিংসা অহংকাৰ গর্ব্ব যিজনে নকৰে
হৰিৰ প্ৰসাদে সিটো সংসাৰত তৰে।

## মাধৱ-সুলোচনা কাব্য

## —ঝুমুৰী—

সুলেচনা বৰ নাৰী।
জন্তুক আসিলা মাৰি ॥
নাৰায়ণ নৰোত্তম।
আপুনি ভৈলন্ত যম ॥৩১৮॥
শুনিয়োক সৰ্ব্বজন।
দুখ নকৰিবা মন ॥
নকৰা কিঞ্চিতো ডৰ।
গৈলা জন্তু যম ঘৰ ॥৩১৯॥
আসা সবে চলি যাওঁ।
আনন্দে জন্তুক চাওঁ ॥
মায়া বীৰবলে কৈলা।
সবাৰে আনন্দ ভৈলা ॥৩২০॥
গুচিল আজিসে ভয়।
জন্তু গৈল যমালয় ॥
এহি বুলি ৰঙ্গ ভৈলা।
জন্তুক চাহিবে গৈলা ॥৩২১॥
কতদূৰ গৈয়া পাচে।
দেখে জন্তু পৰি আছে ॥
যেন অগ্নি নুমাই গৈলা।
সবাৰো আনন্দ ভৈলা ॥৩২২॥

গুচিল গাৱৰ তত।
অগ্নি সম ৰূপ যত॥
ফুটুকা ফুটুকী গাৱ।
জ্যোতি জ্বলে ঠাই ঠাই॥৩২৩॥
গহীন পথাৰ যেন।
পৰি আছে সেহি থান॥
লাল বীজে বহে নদী।
হুৰ হুৰ শব্দ ভেদি॥৩২৪॥
হস্তী গড় মহিষৰ।
মাংস দান্তে নিৰন্তৰ॥
বিজালতে ভাসি যায়।
গৰু মানুষক খাই॥৩২৫॥
•ভৰি আছে উদৰত।
সীমা সংখ্যা নাই তাত॥
কাহাৰ আছয় জীউ।
ভিতৰতে হুয়া থিউ॥৩২৬॥
নাকৰ কাণৰ দ্বাৰে।
ওলাই ওলাই লৰ মাৰে॥
হস্তী গড় আছে খাই।
থিউ লাঞ্জে ওলাই যায়॥৩২৭॥

৩২৪। ১-খ— গহীন পৰ্ব্বত যেন।
৩২৪। ১-২, ঘ- গহীন গম্ভীৰ গায়।
দেখি যেন ভৰা নায়।

কতো কতো ফিৰি চায়।
জানো আক লাগ পাই॥
অচেতনে পৰি আছে॥
লহস্তেয়ো দেখে পাচে॥৩২৮॥
চাৰি প্ৰহৰৰ বাট।
পৰি আছে জন্তু গোট॥
নিচিনয় নাক কাণ।
যেন দেখে ভূমিখান॥৩২৯॥
চক্ষুৰ উপমা যেন।
তাহাক কহিবে কোন॥
মায়া বীৰবলে বোলে।
শুনিয়োক কৌতূহলে॥৩৩০॥
আহা সবে চলি যাওঁ।
নৃপতিৰ আগে কওঁ॥
ৰাজ্যৰ ঘুচিবে নষ্ট।
ৰজাৰ গুচিল কষ্ট॥৩৩১॥
সবাৰো ভৈলেক ভাল।
গুচিলেক যম কাল॥
সবাৰো গুচিল শোক।
বাদ্য ভাণ্ড ৰজাায়াক॥৩৩২॥

---

৩২৯ নং পদৰ পাছত হৃশাৰী 'ঘ" পুথিত অতিৰিক্ত আছে—
ধৱল পৰ্ব্বত যেন।
পৰি আছে দুইকাণ॥

ঘুচিল ভূমিৰ ভাৰ।
আনন্দৰ নাহি পাৰ ॥
হৰি সুপ্ৰসন্ন ভৈল।
জন্তু যম পুৰে গৈল ॥৩৩৩॥
ঈশ্বৰে কৰিলা ভাল।
ঘুচিল সবাৰে কাল ॥
সকল যে সৈন্য গণে।
প্ৰণমিলা জনে জনে ॥৩৩৪॥
মুখ্য পাত্ৰ যত আছে।
সবাকো বুলিলা পাচে ॥
শুনা পাত্ৰ গণ যত।
শুণা সবে হৃদয়ত ॥৩৩৫॥
জন্তু গৈলা যমঘৰে।
নেদেখিলা গৃহী নাৰে ॥
আন স্থানে জন্তু নাই।
আৰ কেহু দেখা নাই ॥৩৩৬॥
সাজি বান্ধি লৈয়া যাওঁ।
ৰাজাৰ আগত দেওঁ ॥
শুনিয়োক সৰ্ব্বজন।
কৃষ্ণত আপয়ো মন ॥৩৩৭॥
বিষয়ত এৰা আশ।
কৃষ্ণ বিনে সৰ্ব্বনাশ ॥
এৰিয়োক আন কাম।
বোলা সবে ৰাম ৰাম ॥৩৩৮॥

৩৩৬।৩-৪, খ— আৰ সব জন্তু নাই।
আকে কেহো দেখা নাই।

## —পদ—

শিৱ শৰ্ম্মা বদতি শুনিয়ো অতপৰে।
জন্তুক আনিবে প্ৰতি ভৈলা কাচ পাৰে॥
মুখ্য মুখী বলী আৰু সেনাগণ যত।
প্ৰমত্ত হস্তীৰ বল যাহাৰ গাৱত॥৩৩৯॥
কাহাৰো গাৱত আছে দুই হস্তীৰ বল।
কেহু দুই তিনি চাৰি পাঞ্চৰ যে বল॥
মুখ্য মুখ্য বলী 'আৰু কোটি লক্ষ চাৰি।
সবে বলী সাজি বান্ধি ধৰিলা আৱৰি॥৩৪০॥
জন্তুক ধৰিলা যাই পিপৰাৰ প্ৰাই।
চতুৰ্ভিতি আবৰি ধৰিলা ঠাই ঠাই॥
মৰু জীউ কৰি একেলগে বল দিলা।
দাঙিবে নপাৰি কেহোঁ পাচত ধৰিলা॥৩৪১॥
লক্ষ লক্ষ কোটি কোটি হাজাৰ যতেক।
সবে মিলি ধৰি বল দিলেক তাহাক॥
যেন তেন কৰি তাক নিলা কিছোমান।
নিবাক নপাৰি পেলালেক সেহি থান॥৩৪২॥

---

৩৩৯।২-ঘ— জন্তুক আবৰি সাজি বান্ধিলা সত্বৰে।
৩৪১-৪২। ঘ- মৰো জীও কৰি একবাৰ বল দিলা।
আচোক দাঙিবে লাগিবাক নপাৰিলা।
নগৰীয়া সেনাগণ আছিলেক তাত,
দাঙিবে নপাৰে যেন হেমন্ত পৰ্ব্বত।

জন্তুক পেলাই সবে কৰে বাদ্য ধ্বনি।
বাদ্যৰ শবদ যেন ভূমিকম্প জিনি॥
বাদ্যক বজায় তাৰ নাহি আদি অন্ত।
হাজাৰে হাজাৰে কোটি লক্ষ অপৰ্য্যন্ত ॥৩৪৩॥
সৈন্যৰ নাহিকে অন্ত লেখা দিবো কত।
ৰাজনীয় লোক সব কোটি অসংখ্যাত॥
বজাবয় বাদ্য সবে ভূমিখান ছানি।
চৈধায় ভুবনে শুনিলেক বাদ্য ধ্বনি ।৩৪৪।
এহিমতে বাদ্য সব বাজাইলা সম্প্ৰতি।
নগৰে শুনিলা হেমচন্দ্ৰ মহামতি॥
সিংহাসন হন্তে ৰাজা উঠি লৰ দিলা।
ডাক দি মাতিয়া বোলে অকাৰ্য্য মিলিলা ॥৩৪৫॥
জন্তুক মাৰিবেক চলি গৈলা মহাবল।
নপাৰিলা মাৰিবেক ভৈলা অমঙ্গল॥
অস্ত্ৰ শস্ত্ৰ ধৰি সাৱধানে থাকা চাই।
আসিবেক জন্তু খেদি জানিলো নিশ্চয় ॥৩৪৬॥
বীৰবল গৈলা খেদি মাৰিবাক প্ৰতি।
তাহাৰ অৱস্থা জানো ভৈলা কোন গতি॥
হুৰ হুৰ শব্দ শুনি চৌভিতি নগৰে।
আন কিছো নাই সেই আটাস জন্তুৰে ।৩৪৭।
আহা সবে এক মুখ হৈয়া থাকো চাই।
ওচৰ চাপিলে সিতো আসিবো পলাই॥
এহি বুলি সাৱধানে আছিলেক চাই
আসে আয়ে বুলি কাণ পাতিয়া উনাই ॥৩৪৮॥

৩৪৮।৪, ঘ—আটোপ টঙ্কাৰে সবে প্ৰতিবুদ্ধি নাই।

জুম পাতি সৈন্য গণ আছে এক সাৰি।
থিতাতে সুগুনি মাত কঁপে হাত ভৰি ;
বুলিলা নৃপতি পাচে সবাকে উপেক্ষি।
মেঘনাদ নামে জন্তু মহাবল দেখি ॥৩৪৯॥
তাহাক মাৰিয়া জানো সৈন্যৰ আন্দোল।
একো বাৰ্ত্তা নাপাই কৰুহু হুলস্থুল ॥
এহি বুলি দুই দূত আনাইলা মাতি।
আশ্বাস কৰিয়া বুলিলেক নৰপতি ॥৩৫০॥
প্ৰবোধিবে নপাৰো বাপু আপুনাৰ মন ॥
যদি দয়া আছে তেন্তে যোৱা দুইজন ॥
কিবা জন্তু সহিতে সৈন্যৰ ৰৰ দ্বন্দ।
ইহাৰ নিৰ্ণয় সুবুজিলো ভাল মন্দ ॥৩৫১॥
তাৰসা আছয় যদি ধাৱা চাহিবাক।
নগেলে নোৱাৰো বাপু দণ্ডি কৰিবাক ॥
জিৰী চলি সহিতে যে সসৈন্যে সকল।
যাইবে পাৰাহা যদি সবাৰো কুশল ॥৩৫২॥

---

৩৪৯।১-৪, ঘ—অপেক্ষিয়া সৈন্যগণ আছে ভূমি পাতি।
সপোনন্ত দেখি যেন ঐশ্বৰ্য্য বিভূতি।
কিবা দেখিলাহা জন্তু আছে বীৰবল।
তাক মাৰি কিবা জানো সৈন্যৰ আন্দোল

৩৫০।১, ঘ— আশ্বাস কৰিয়া............ ।

৩৫১।৪, ঘ— সত্বৰ কৰিয়া বুজি আসা তাৰ সন্দ।

সিদ্ধকেতু শালধ্বজ দুই সেনাপতি।
উঠিয়া ৰাজাক দুয়ো কৰিলা প্ৰণতি ॥
মৰো জীউ কৰি আমি চাহিবাক যাওঁ।
যদি তযু শ্ৰীমুখৰ আজ্ঞা কিছু পাওঁ ॥৩৫৩॥
হেমচন্দ্ৰ ৰাজা বোলে আপোনাৰ মন।
আশীৰ্ব্বাদ দিলো চলি যোৱা এতিক্ষণ ॥
এহি কাৰ্য্য কৰা যদি তোৰা দুই জনে।
নমবোহো মানে যেকেন পাসৰো মনে ॥৩৫৪॥
এহি বাক্য বুলি হেমচন্দ্ৰ নৰেশ্বৰ।
অলঙ্কাৰে মণ্ডিলেক দুইৰো কলেৱৰ ॥
ৰাণ্ডাক আনিবে পাৰা যি কৰিবো পাচে।
তোৰা দুইকো যিবা দিবো মোৰ মনে আছে ॥৩৫৫॥
এহি বুলি দুই দূত দিলেক পঠাই।
যেই সেই ৰূপে বাপু চাই আসা যাই ॥
ৰাজ্যক অন্তৰে যদি কৰয় বিঘাত।
শীঘ্ৰ বেগে আসি দুয়ো কহিবা আমাত ॥৩৫৬॥
ৰাজাক প্ৰণাম কৰি দুয়া মহাবলী।
জন্তুক চাহিবে লাগি শাগ্ৰে গৈলা চলি ॥
চুপ চাপ কৰি যাই দেখিলেক পাচে।
মৰা জন্তু গোট সৈন্যগণে বেঢ়ি আছে ॥৩৫৭॥
অস্তুৰিছে সৈনাগণ প্ৰহৰৰ বাট।
মধ্যত আছয় দেখে মৰা জন্তু গোট ॥

---

৩৫৩।১, ঘ- সিন্ধুপাশ মাল্যধ্বজ দুহ সেনাপতি।

উভৰ্তিয়া দুয়ো দূত দিলেক লৰৰ।
নিমিষেকে দুয়ো যাই পাইলেক নগৰ ॥৩৫৮॥
শীঘ্ৰ বেগে আহি বাৰ্ত্তা জনালা ৰাজাত।
জন্তু খেদি আহে বুলি ৰাজা ভয় ভীত॥
ৰাজাৰ লগত সৈন্যগণ যত আছে।
সবেও দিলেক লৰ নৃপতিৰ কাছে ॥৩৫৯॥
হেন দেখি শালধ্বজ সিন্ধু কেতু পাশ।
নপলাবা বুলি দুয়ো পাৰন্ত আটাস॥
আসন্বাৰ কথাত কেহু নাপাতয় কাণ।
চাৰি দণ্ডৰ পন্থ গৈলা এৰি নিজ স্থান ॥৩৬০॥
তথাত ৰহিলা গৈয়া থিৰ কৰি মন।
লৰৰীয়া আহে দেখে বাৰ দুই জন॥
নপলাৰ বোলে হেন শুনিলেক বাক।
নপলাই থাকিলেক সবে সেনা ঝাক ॥৩৬১॥
এতেকতে দুই দূতে খোদ লাগ পালা।
নৃপাতৰ আগে গৈয়া সেহি কথা কৈলা॥
ৰাজাক প্ৰণামি দুয়ো বুলিলেক বাণী।
কাণ পাতি শুনা কহোঁ যুদ্ধৰ কাহিনী ॥৩৬২॥
উশাহ নাপায় দুয়ো লৰৰৰ চোটে।
হাপ হাপ কৰিয়া নাসিকাৰ বায়ু ছুটে॥
কতো কহে খৰ বাক্য কতো ভিৰ ৰত।
নতু শুনা প্ৰভু তুমি জন্তুৰ বৃত্তান্ত ॥৩৬৩॥

৩৫৯।১-ঘ— লৰাৰ আসয় দোখ ৰাজা নৰেশ্বৰ।
জন্তু খেদি আসে বুলি দিলেক লৰৰ।
৩৬০ ১-, ঘ— মাল্যধ্বজ সিন্ধুপাশ ...............
৩৬৩ নং পদ ঘ পুথিত নাই।

আমি দুয়ো তথু বাক্যে গলো লৰালৰি।
প্ৰত্যক্ষে দেখিলো জন্তু গোট আছে মৰি॥
ফিৰিয়া আসিলো আহি কহিবাক মনে।
ভীত হুয়া তোৰা সব পলালা কি কাৰণে॥৩৬৪॥
আনন্দিত হুয়া ৰাজা সেহি কথা শুনি।
দশন প্ৰকাশি হেন বুলিলেক বাণী॥
জন্তুক মাৰিলা যদি কহিয়ো প্ৰমাণ।
কহিয়োক জন্তু গোট শুনো কেনে থান॥৩৬৫॥
দুই দূতে কহে ৰাজা শুনে কাণ কাণ পাতি।
শৰীৰ প্ৰকাশে যেন চালানিৰ বাটি॥
সাঙ্গি বান্ধি নগৰক আনিবাক চাইলা।
দাঙ্গিবে নপাৰি তাক বাটতে এৰিলা॥৩৬৬॥
কোৰাঁসবে হেন যদি নলইবা নিষ্ট বাক।
আমাৰ লগত গৈলে পাৰো দেখাইবাক॥
হেন শুনি নগৰৰ যত নাৰী নৰ।
সবাৰ মনত ভৈলা আনন্দ অপাৰ॥৩৬৭॥
সকল সমাজে বোলে সাধু বীৰবল।
মাৰিলা জন্তুক ভৈলা সবাৰ কুশল॥

৩৬৪।২, খ ·প্ৰত্যেকে দেখিলা যাই জন্তু আছে মৰি...... ...
৩৬৬।২, খ চালানৰ বাত্তি – থুৰাগুৰি তোলোতে চালনিত লোৱা চাকি
খ প্ৰদীপৰ বাত্তি
৩৬৬।১-২, ঘ— দুয়ো কহিলেক বৰ বল কাৰ আতি।
শৰীৰ প্ৰকাশে যেন সূৰ্য্যৰ জেৱতি।

ধন্য ধন্য ত্ৰিবিক্ৰম নৃপতিৰ সুত।
তোমাৰ সমান বীৰ নাহি পৃথিবীত ॥৩৬৮॥
এহিবুলি প্ৰশংসা কৰয় সৈন্যগণ।
চলিলা সকল সৈন্য চাহিবাক মন॥
কতো দূৰে দেখিলেক সৈন্যৰ আন্দোল।
বাদ্য ভাণ্ড বজাই সবে কৰে কৌতূহল ॥৩৬৯॥
মৰিল দুৰ্ঘোৰ জন্তু গোট আছে পৰি।
আনন্দে আছয় সবে জন্তুক আৱৰি॥
মৰা জন্তু গোট দেখে পৰ্ব্বত পৰাই।
চালনিৰ বাতি যেন দেখি সৰ্ব্বগাই ॥৩৭০॥
দেখি হেমচন্দ্ৰ ৰাজা আনন্দিত মন।
বোলে ত্ৰিবিক্ৰম পুত্ৰ অতি বলবান॥
এনয় জন্তুৰ ৰূপ কৈতো দেখা নাই।
সাজি বান্ধি গৃহে আক নিবে শক্তি নাই ॥৩৭১॥
গৃহক লৈয়োক আক সবে সাজি কৰি।
তিৰী ছলি ইহাক চাওক নেত্ৰ ভৰি॥
ৰাজাৰ প্ৰচণ্ড বাক্য সবেয়ো শুনিলা।
সাজি বান্ধি লৈয়া জন্তু গৃহক আনিলা ॥৩৭২॥
যতেক আছিল মাৰে সবে নৰ নাৰী।
জন্তুক চাহিবে গৈলা চৌভিতি আৱৰি॥
আত অনন্তৰে হেমচন্দ্ৰ মহাৰাজ।

---

৩৬৯।৪, ঘ— বাদ্যভাণ্ড.......... হুলস্থুল॥
৩৭১।৩, ঘ— বোলন্ত ত্ৰিবিক্ৰম ৰাজা প্ৰচণ্ড নন্দন।

মেলঘৰে বসিলেক পাতিয়া সমাজ ॥৩৭৩॥
বীৰবল কুমাৰক সাদৰে আনিলা।
তোমাৰ নিমিত্তে মোৰ ৰাজ্যখান ৰৈলা ॥
তুমিসে ৰাখিলা বাপু জন্তু গোট মাৰি।
ইতো উপকাৰ বাপু সুজো কেন কৰি ॥৩৭৪॥
মোৰ মনে তোমাক দিবাৰ নাই ধন।
যত হস্তী ধন জন আক লেখে কোন ॥
জিজ্ঞাসিছো মোৰ আগে কহা মন্ত্ৰী গণ।
বীৰবল কুমাৰক কিবা দিবো ধন ॥৩৭৫॥
মুখ্য মুখ্য পাত্ৰগণে মনে গুণি চালা।
দিবাক লাগিয়া ধন বিচাৰি নাপালা ॥
মৰিবাৰ ৰাজ্যক কৰিলা পৰিত্ৰাণ।
গুণি চোৱা ইটো ধন তৃণৰ সমান ॥৩৭৬॥
কৰযোৰে পাত্ৰে পাচে বুলিলা ৰাজাক।
আপুনি জিজ্ঞাসি যেই লাগে দিয়া তাক ॥
শুনি হেমচন্দ্ৰ ৰাজা গুণিলেক মনে।
কাৰ্য্যক চাহিয়া দিবে সুবুদ্ধিৰ ধনে ॥৩৭৭॥
জয়ন্তী কুমাৰী মোৰ সৰ্ব্বাঙ্গে সুন্দৰী।
এহিসে কাৰ্য্যৰ বটা হৈব সৰিবৰি ॥
তাহাক দিবেহো বিহা কেঁচা কল কাটি।
সাত খীন গ্ৰাম দিবো তেহে তাক আঁতি ॥৩৭৮॥

৩৭৮।৪, খ — তেহে তাক আঁতি তেহে তেওঁক আঁতিব।
৩৭৮।১, খ — এহিখান বী মোৰ তাহাক দিবাব।

পাত্র সকলক বোলে কিবা চাস আৰ।
এহিক্ষণে কৰিয়োক বিবাহ সম্ভাৰ॥
উচৰ্গিয়া দিবো যত ধন অৰ্দ্ধ দায়।
গণিতে নপাৰি তাঙ্ক কহন নযায়॥৩৭৯॥
ধন ৰণহস্তী ঘোৰা আছে যত যত।
সবাকে উচৰ্গি দিবো তাহান হাতত।
পাত্রগণে বোলে ইতো কথা স্বৰূপত।
আমাক তাৰিলা সিতো ঘোৰ আপদত॥৩৮০॥
ইসব দক্ষিণা আঙ্ক দিবাক উচিত।
তিনী ছলি সকলে ইহাৰ ভৈলো ভৃত্য॥
এহি বাক্য বোলে তাঙ্ক পাত্র সবে মিলি।
কন্যাক প্রশংসে সবে ধন্য ধন্য বুলি॥৩৮১॥
চাবাচ ৰাজাৰ বীৰ্য্যে ভৈলা উৎপতি।
চাবাঢ় চাবাচ বীৰ বিপুল শকতি॥
মেঘনাদ জন্তত দেৱতা গৈলা হাৰি।
হেন বীৰ একে হাতে মুঠিলেক ফিৰি॥৩৮২॥
কুশল কৰিলা ৰাজ্য গুচিল আপদ।
ইহাক যে কন্যা দান দিয়োক সম্পদ॥

---

৩৭৯।৪, ঘ— শুনি গাছি চায়ো মোৰ দিবে আন নাই।
৩৮১।১ ২-ৰ, — ভাৰ্য্যা পুত্রে ভৈলো হেন্তে অৰ্দ্ধৱৰ ভূমি।
সবেলোকে ধাতু নাই তাৰ ৰূপ দেখি।
৩৮২।৪ ঘ— হেন……………নাহিবেক ফিৰি।

শুনি হেমচন্দ্র ৰাজা আনন্দ অপাৰ।
তেখনে কৰিলা আনি যজ্ঞৰ সম্ভাৰ ॥৩৮৩॥
কথা শুনি সুলেচনা গুণে মনে মনে।
কন্যা হৈয়া কন্যা বিহা কৰাবোঁহে। কেনে ॥
পুৰুষ বুলিয়া মোত বিহা দেই নাৰী।
স্ত্রী বুলি কৈলে মোক ৰাখিবে ভাৰ্য্যা কৰি ॥৩৮৪॥
আকে জানি ইহাক যে স্বামী বুলি মানি।
বিদ্যাধৰ নৃপতিক এৰিলো কোন গুণি ॥
বিবাহত নৃপতিক কৰিলো অকাৰ্য্য।
লজ্জাতে নগৈলো মই আপোনাৰ ৰাজ্য ॥৩৮৫॥
কিবা মোৰ কথা এবে অকট কুকট।
বিধাতা কৰিলা মোক উভয় সঙ্কট ॥
আজি মোক ৰাখিয়োক দৈবকী নন্দন।
কন্যা বিহা নেদে যদি পৰিবো বন্ধন ॥৩৮৬॥
এহি বুলি গুণি যেবে মৌন হুয়া আছে।
হৰিৰ প্ৰসাদে যেবে বুদ্ধি ভৈলা পাচে ॥
নৃপতিক বোলে শুনিয়োক মহাৰাজ।
ৰাজাৰ দুহিকে হেন লৰা লৰি কাজ ॥৩৮৭॥

---

৩৮৫।১-২, ম— এহি ৰাজা যদি মোক ৰাখে ভাৰ্য্যা বুলি।
বিদ্যাধৰ নৃপতিক এৰিলো কি বুলি ॥
৩৮৪ ২, গ— ত্ৰিংশতি বিংশতি ধৰ মুণ্ঠা বান্ধি কৰে।
৩৮৬।১-২ ম— কিনো মোৰ কপালত মিলিল দুৰ্ঘট।
বিধাতা কৰয় মোৰ উভয় সংকট ॥

বিবাহ দিবাক লাগে নৃপতি সবাৰে ।
ত্রিশ বিশ লক্ষ ঘৰ শাৰী বান্ধি কৰে ॥
পুত্র বুলি যদি দয়া আছয় তোমাৰ ।
কন্যা বিহা দিবা তুমি ৰবিষ অন্তৰ ॥৩৮৮॥
একেখানি কার্য্য মাত্র তাকে কৰা যদি ।
তেবেসে আমাৰ মনোৰথ হোৱে সিদ্ধি ॥
মাধৱ বিক্রম তাঙ্ক দিয়োক বিচাৰি ।
তেবেসে সবাক পাইলো জানা নিষ্ট কৰি ॥৩৮৯॥
হেমচন্দ্র ৰাজা বোলে কথা স্বৰূপত ।
ভিন্ন বুলি মোক তুমি নলইবা মনত ।
ইতো ৰাজ্য ভাৰ বাপু সকলে তোমাৰ ।
মোৰ মনে ভিন্ন নাই কৈলো সাৰে সাৰ ॥৩৯০॥
যুৰাক কটক দিলো হস্তী ঘোৰা ৰথ ।
সবেও তোমাৰ লগে যাউক যত পথ ॥
সবাৰো হৈবাহা বাপু তুমি অধিকাৰী ।
কটক চলোক কার্য্য সাধা শীঘ্র কৰি ॥৩৯১॥
ভয়ু ভাতৃ কিবা থান কিবা ৰূপ গুণ ।
কাহাৰ গৃহত আছে চিনিবেক কোন ॥
বুদ্ধিবলে যিমত প্রকাৰে পাইবা ভাই ।
তেমন প্রকাৰে বাপু চিন্তিও উপায় ॥৩৯২॥

---

৩৮৮।১-২, ঘ— ৰবিৰ অন্তৰে বিহা নৃপতি সবৰ ।
এতেকে বান্ধিব লাগে গৃহবানাৰৰ ।
৩৯১।৪, ঘ— কটক পঠাৱা কার্য্য কৰা আপুনাৰ ॥

মায়া বীৰবলে মাতি উঠিলেক পাচে।
একখানি বুদ্ধি জানা মোৰ মনে আছে॥
যদি তযু শ্ৰীমুখৰ বোল মনে শুদ্ধি।
প্ৰকাৰে উপায় এক কৰি চাওঁ বুদ্ধি ॥৩১৩॥
একমাত্ৰ কথা মই শুণো মনে মন।
কাৰ্য্যৰ কাৰণে কিছু মোক দিয়া ধন॥
হেমচন্দ্ৰ ৰাজা বোলে যেই লাগে কৰ।
যেমন প্ৰকাৰে কাৰ্য্য সিদ্ধি হোৱে তোৰ ॥৩১৪॥
হয় হস্তী দাস দাসী সুবৰ্ণ ভাণ্ডাৰ।
সবাক দিলোহো কাৰ্য্য সাধা আপোনাৰ॥
মায়াবীয়ে বোলে বোল শুনা নৰপতি।
তোমাৰ বাঞ্ছিত মই দিলো অনুমতি ॥৩১৫॥
দক্ষিণ দিশক লাগি সমদলে যাই।
ভিন্ন কৰি একখান নগৰ বান্ধা যাই॥
হেন শুনি ৰাজা পাচে দিলা সন্নিধান।
তোক লাগি বাপু মোৰ মুজুৰয় থান ॥৩১৬॥
মুবুলিবা বাপু মোৰ নসহে পৰাণে।
সাধিবা সকল কাৰ্য্য ৰহি এহি থানে॥

৩১৩।৩-৪, খ—যদি তথু শ্ৰীমুখৰ পাওঁ বল বুদ্ধি।
*প্ৰকাৰে উপায় মই কৰিবো সুবুদ্ধি॥
৩১৫।৩-৪, খ—মায়া বীৰবলে বোলে শুনিয়ো নৃপতি।
আমাৰ বাঞ্ছিত কথা দিয়ো অনুমতি॥

বীৰবলে বোলে পিতৃ নখঙ্গিবা মনে।
দিয়োক বিদায় মোক কাৰ্য্যৰ কাৰণে ॥৩৯৭॥
পিতৃ হেন কৰি মই সেবিলো তোমাক।
কাৰ্য্য বুজি তুমি ভিন্ন নেদেখিবা মোক ॥
হেমচন্দ্ৰ ৰাজা পাচে বুলিলা বচন।
আমিয়ো ভৈলোহো বাপু তোমাৰ পালন ॥৩৯৮॥
দিলোহো বিদায় বাপু কৈলো সাৰে সাৰ।
তোমাক সপিলো মোৰ যত ৰাজ্য ভাৰ ॥
কাৰ্য্য সাধি আসিবাগ বাৰিষা অন্তত।
মায়াবীয়ো বোলে পিতৃ কথা স্বৰূপত ॥৩৯৯॥
দিয়োক মেলানি সেবো তযু চৰণত।
যত হস্তী ঘোৰা লোক লৰিল লগত ॥
এহি বুলি বীৰবৰ গৈলা দক্ষিণক।
লগত গৈলেক সৈন্য কটক যতেক ॥৪০০॥
প্ৰভাস তীৰ্থক চলি যেই পথে যায়।
দুৰ্জ্জয় নগৰ পাতি ৰৈলা সেহি ঠাই ॥
অৰণ্যৰ মাঝে মাঝে আছে এক পথ।
প্ৰভাসক যাত্ৰী লোক যায় সেই পথ॥ ৪০১ ॥
মায়াবীয়ো ৰৈলা পাচে সি থানত থাকি।
সাগৰৰ সীমা জুৰি পাতিলন্ত চকী ॥

---

৪০০ ১-২ ৰ,— মায়া বীৰবলে বোলে কথা স্বৰূপত।
ভৈলোহো বিদায় হেৰা তযু চৰণত ॥

ৰাতি দিনে সাৱধানে থাকিবাহা চাই।
প্ৰভাস তীৰ্থক লাগি যাত্ৰীগণ যায় ॥৪০২॥
চকীত থাকিবা সবে যাবাক নোৱাৰে।
লেখাত লেখিয়া চালা এঘাৰ হাজাৰে ॥
পাচে চকীদাৰে যাই ৰাজাত জনালা।
এঘাৰ হাজাৰ যাত্ৰী চকীত ৰাজিলা ॥৪০৩॥
হেন শুনি বীৰবল নামে সুলেচনা।
যাৰ যেন প্ৰয়োজন পুছিবো আপুনি ॥
কাকতত লেখি পঠাই দিলা তেতিক্ষণ।
সকলে চকীত এহি কথা দিবা জান ॥৪০৪॥
মল্য শৰ্ম্মা নামে বুজনীয়া আদি কৰি।
তাহাতে পুছিলা যাই ভাগ ভাগ কৰি ॥
কহিয়ো সবাকো মনে কিবা প্ৰয়োজন।
প্ৰভাস তীৰ্থক লাগি যাস কি কাৰণ ॥৪০৫॥

---

৪০২।৩-৪ ঘ— মায়া বীৰবল পাছে সেহি থানে থাকি।
ৰাত্ৰি দিনে ভালমতে পাতিলেক চকী॥
৪০৩। ঘ— প্ৰভাস তীৰ্থক লাগি যাত্ৰীগণ যাই।
চকীত ৰাখয় তাতে চকীয়ামানে পাই।
এঘাৰ হেজাৰ যাত্ৰী চকীত পৰিলা।
হেন দেখি সুলেচনা মনত গুণিলা।
৪০৪।১-২, ঘ— একজন পঠাইলেক বুজাইবে কাৰণ,
সমস্তে লেখিবা যাৰ যেন প্ৰয়োজন।
৪০৫।১-২ ঘ— বীৰবলে যাক পঠাইলেক অধিকাৰী।
সবাতে পুছিলা সিটো ভাগ ভাগ কৰি।

প্ৰভাসক যাই মাগিবাহা কোন ফল।
নাভাণ্ডিয়া যিতো কাৰ্য্য কহিয়ো সকল॥
হেন শুনি কহিলেক সবে যাত্ৰীগণে।
ভাগে ভাগে সবাৰ কহিলা প্ৰয়োজনে॥৪০৬।
কেহো বোলে মহা দুখী খাইবে নাই অন্ন।
তীৰ্থ দৰশনে যেন হোৱে বহুধন॥
কেহো বোলে মোৰ কথা আৰু কিবা কওঁ।
প্ৰভাসৰ ফলে যেন বহু পুত্ৰ পাওঁ॥৪০৭॥
কেহো বোলে মোৰ ভাৰ্য্যা নাই নিষ্ট কৰি।
প্ৰভাসৰ ফলে মই পাইবোহো সুন্দৰী॥
কেহো বোলে শুনা যেবে স্বৰূপ বচন।
প্ৰভাসক যাওঁ মই এহি প্ৰয়োজন॥৪০৮॥
দেৱৰ দুৰ্লভ যাৰ বাঞ্ছিয়া নাপাওঁ।
ভক্তিক মাগিয়া মই প্ৰভাসক যাওঁ॥
কেহো বোলে আমি পাপী পৰম নিখল।
পাপ এৰাইবাক যাওঁ দেখিয়ো সকল॥৪০৯॥
প্ৰভাসে স্নানিলে সবে হোৱে পাপ ক্ষয়।
গোবিন্দত ভক্তি হোৱে মনে হেন লয়॥

---

৪০৯।৩-৪ খ— আমি মহা মূঢ়মতি পৰম দাৰুণ।
৪১০।১-২ খ— পাপ এৰাই পাওঁ যেন অৰুণচৰণ।
প্ৰভাসত স্নানলে শুচয় কল্মষ।
হৰিত হৈবেক ভক্তি প্ৰভাসৰ ফল।

সবাকো পুছিলা কথা নিষ্ঠ নিষ্ঠ কৰি।
জনে জনে কাকত কৰিলা যত্ন কৰি ॥৪১০॥
নৃপতিৰ আগত যে কাকত দিলেক।
কাকত চাহিয়া যেবে সবাক দিলা ডাক ॥
জাতিয়ে অজাতিয়ে কন্যা একত্ৰ কৰিলা।
যাত্ৰী সকলক কন্যা মাতিয়া আনিলা ॥৪১১॥
যাৰ যেন যেই জাতি তাকে কন্যা দিলা।
সবাকো সম্বোধি পাচে ৰাজায়ো বুলিলা ॥
যাত্ৰী সকলৰ মন সমস্তে পুৰিলা।
যাক যেই বস্তু লাগে সেই ছেগে দিলা ॥৪১২
ভক্তি কৰিবাক লাগি যি জন আসিছে।
দিলোহো বিদায় যায়ো প্ৰভাসৰ কাছে ॥
আৰু সাৱধানে থাকা সবে নিৰন্তৰ।
পৰিল মাত্ৰকে মোত জনাবা সত্বৰ ॥৪১৩॥
চকীত পৰিয়া যদি এক জন যায়।
সত্যে সত্যে বোলো মই কাটিবো নিশ্চয় ॥
মায়াবীয়ো বোলে শুনা মোহোৰ বাক্যক।
সজাগে থাকিবা সবে যতেক কটক ॥৪১৪॥

---

৪১১-৪১২ ঘ— যাত্ৰী সকলক ৰাজা একত্ৰ কৰিল।
সকল যাত্ৰীক পাচে মাতিয়া আনিলা ॥
যাৰ যেন মন সব ৰাজাত কহিলা।
যাত্ৰী সকলৰ পাছে মহাবল ভৈলা ॥
সকলো সম্বোধি ৰাজা বুলিলা বচন।
যাৰ যিবা বস্তু লাগে দিয়ো এতিক্ষণ।

শিৱ শৰ্ম্মা বদন্তি শুনিয়ো সাৱে সাৱ।
মাধৱ বিক্রমৰ কথা শুনা আত পৰ ॥
পুষ্পৰ তলত বসি মাধৱ বিক্রম।
মকামকি কান্দিলন্ত কৰি মহা মৰ্ম্ম ॥৪১৫॥
হৰি হৰি কিনো মই অকাৰ্য্য কৰিলো।
দুৰ্জ্জনে হৰিয়া মোক আতে এৰি থৈল ॥
মোক স্বামী বৰো বুলি মনে কৰি ৰঙ্গ।
কন্যায়ো কান্দিলা দুৰ্জ্জনৰ পায়া খঙ্গ ॥৪১৬॥
এহিবুলি মাধৱ বিক্রম দুখ মনে।
দেশে দেশে ভ্রমি ফুৰে কন্যাৰ কাৰণে ॥
মাধৱ বিক্রম গৈয়া চকীত পৰিল।
কন্যায়ে বোলন্ত শুনিয়োক চকীয়াল ॥৪১৭॥

---

৪১৭ খ আৰু গ পুথিত মাধ বিক্রমে অনাই বনাই ফুৰি ধোমা ঘ. খ মতে মেধস ঋষিৰ আশ্রমত কিছুদিনৰ কাৰণে থাকে। 'খ' আৰু 'ঘ' পুথিৰ পাঠ প্রায় একে :—

(খ) আচন্ত মেধস ঋষি উগ্র তপ কৰি।
তথাতে থেকিলা যাই ভ্রমৰ ভ্রমৰি।
দেখিয়া মেধসে পাচে দিলা সন্নিধান।
কি কাৰণে ফুৰা বাপু কহিয়ো নন্দন।
মাধৱ বিক্রমে পাচে শুনা মোৰ কথা।
কহন নযায় মোৰ যি ভৈল অৱস্থা ॥
স্বৰূপত পুচা যদি লাগে কহিবাক।
যি ভৈলা আমাৰ কথা শুনা কহো তাক। (আগৰ কাহিনী)
আৰু মই গৃহক যাইবো কোন লাজে।
দেহাক এৰিবা এহি অৰণ্যৰ মাজে ॥
হেন শুনি মুনিবৰে বুজিলেক পাচে।
দেহা এৰিবাক যাবা প্রকাশৰ কাৰে।
গঙ্গাৰে সাগৰে বৈতে ভৈলেক..........
—পুথিখন অসম্পূৰ্ণ।

যতনে ৰাখিবা জাক দিয়া বাসা ঘৰ।:
সিধা ভজা দিয়া তাক ৰাখিবা সত্বৰ॥
তুনাই খুজিবাক যেন নালাগয় তাৰ।
সকল সম্ভাৱ দিবা আত অনন্তৰ॥৪১৮॥

---

৪১৬ নং পদ আৰু ৪১৭ নং পদৰ মাজত অতিৰিক্ত পদ ঘ পুথিত পোৱা যায়।

"ঘ পুথি— মহাদুখে ফুৰে ভ্ৰমি ৰাজাৰ নন্দন।
মেধসৰ আশ্ৰমক পাইলা দৰশন॥
আছন্ত মেধস ঋষি উগ্ৰ তপ কৰি।
তথাতে থেকিল যাই ভ্ৰমৰ ভ্ৰমৰী॥
দেখিয়া মেধস ঋষি দিলা সন্নিধান।
কি কাৰণে ফুৰা বাপু কাহাৰ নন্দন॥
মাধৱে বিক্ৰমে বোলে শুনা মোৰ কথা।
কহন নযায় মোৰ কি ভৈল অৱস্থা॥
স্বৰূপে পুচিছা যদি পাৰো কহিবাক।
যি ভৈল অৱস্থা মোৰ শুনা কহো তাক॥
ত্ৰিবিক্ৰম নৃপতিৰ পুত্ৰ অনুপাম।
মাধৱ বিক্ৰম জানা আমাৰেসে নাম॥
আমি মহা মন্দ মতি মহা পাপ কাৰী।
ত্ৰিভুবনে কন্যা মই নপাইলো বিচাৰি॥
উত্তৰত ভ্ৰমিলোহো কুবেৰৰ থানে।
তাহাতে নপাইলো কন্যা মোহোৰ সমান।

পাছে পূৰ দেশে মই গৈলো মনদুখে।
বসিলো বৃক্ষৰ তলে হুয়া অধোমুখে॥
হৰি হৰি কিনো মোৰ অভাগ্য কপাল।
তিনিয়ো দিশত কন্যা নপাইলোহো ভাল।
পশ্চিমত বৰুণ সমান পুৰি নাই।
সিটো দিশে কন্যা মই নপাইলোহো চাই॥
দক্ষিণত যমৰাজা সমস্তৰে গিৰি।
তাহান ৰাজ্যত কন্যা নপাইলো বিচাৰি।
ইন্দ্ৰৰ নগৰ 'সিটো অল্পমান ঠাই।
অম্ৰাৱতীপুৰে মই নপাইলোহো চাই॥
ফুৰি ফুৰি অম্ৰাৱতী চাইলো ঘৰে ঘৰে।
নপাইলোহো কন্যা মই মোৰ সমৃসৰে॥
এৰিয়া গৈলোহো পাচে অম্ৰাৱতী পুৰী।
পাচে যাই প্ৰৱেশিলো যশৱতী পুৰী॥
হেমপদ্ম নৃপতিৰ প্ৰসিদ্ধ নগৰ।
ইন্দ্ৰৰ নগৰ যাৰ নোহো সমসৰ॥
উপায় কৰিয়া তাক চাইলো বৰ জলে।
সুলোচনা কন্যাক পাইলোহো মহাৰত্নে॥
কন্যায়ে বুলিলা মোক স্বৰূপ বচনে।
বিয়াহক লাগি মোৰ আছে আঠ দিনে॥
মনোজয় যোটকত আসিবাহা চৰি।
সেহি সময়ত মোক তুমি নিবা হৰি॥

পচাক্ষম চাকৰক আনিলো লগত।
মই পাপী নিদ্ৰা গৈলো সেহি সময়ত॥
বৃক্ষৰ তলত মোক নিদ্ৰাত এৰিলা।
ঘোৰাত চৰিয়া কন্যা পচাক্ষমে নিলা॥
পিতৃৰ আগত কৰি আছো অঙ্গীকাৰ।
কন্যাক নানিলে মই নাসিবোহো ঘৰ॥
আৰো যাই গৃহে মই কৈবো কোন লাজে।
দেহাক এৰিবো মই অৰণ্যৰ মাজে॥
হেন শুনি মুনিবৰে বুলিলন্ত পাছে।
দেহা এৰিবাক যাঁহা প্ৰভাসৰ কাছে॥
কৰিলো বিদায় বুলি উঠিলা সাদৰি।
অৰণ্যৰ মাজে চলি যাই শীঘ্ৰ কৰি॥
চকিয়ালে পাই চক্ষি লৈয়া গৈলা ধৰি।
চকিত পুছিলা পাছে ষৰূপ সাদৰি॥
প্ৰভাসক যাহা তুমি কিবা প্ৰয়োজন।
নাভাগিুয়া কুমাৰে কহিলা নিষ্ট কৰি।
কাকত কৰিয়া পাছে নিলা অভ্যন্তৰি।
সুলোচনা কন্যায়ে জানিলা অনুপাম।
প্ৰথমে লেখিলা ত্ৰিবিক্ৰম ৰাজা নাম॥
তান পুত্ৰ মাধৱ বিক্ৰম মহা ৰঙ্গে।
কন্যা চাহিবাক গৈলা পচাক্ষম সঙ্গে॥
অন্যায় কৰিলা মোক দুষ্ট পচাক্ষম।
কন্যা হৰি নিয়া মোৰ ভৈল কাল যম।
হেন শুনি ৰাজা পাচে বুলিলা সত্তৰে।
যতনে ৰাখিবা তাক দিয়া বাসা ঘৰে॥

এহিমতে আছে তিন দিন মান তাত।
বিদ্যাধৰ ৰাজা যাই পৰিল চকীত॥
সবাক বুলিলা পাচে প্ৰবোধ বচন।
সাদৰে ৰাখিবা তাঙ্ক কৰিয়া যতন॥৪১৯॥
এহিমতে তিনি দিন আছে বাট চাই।
এতেকতে পচাক্ষম মিলিলেক যাই॥
চকীত পুছিলা যেৰে স্বৰূপ বচন।
প্ৰভাসক যাস তই, কিবা প্ৰয়োজন॥৪২০॥

৪১৯ নং পদৰ দ্বিতীয় চৰণৰ পাছতে আৰু ৪২০ নং পদৰ আগত তলৰ বৰ্ণনাটো "ঘ" পুথিত পোৱা যায়:—

তাহাঙ্ক পুচিলা পাচে চকিয়াল গণে।
প্ৰভাসক যাহা তুমি কিবঃ প্ৰয়োজনে॥
নৃপতি বোলন্ত কথা শুনিয়ো আমাৰ।
সৌবল দেশৰ আমি ৰাজা বিদ্যাধৰ॥১
হেম পদ্ম নৃপতিৰ ঝিউ সুলোচনা।
তাঙ্ক বিহা কৰাইবাক গৈলো এক দিনা।
বিহাত বসিয়া পাচে আনন্দিত মনে।
বিবাহৰ পৰা কন্যা হৰি নিলে কোনে॥২
কন্যা হেৰুৱাই মই লাজ ভৈলো বৰ।
ফিৰি আৰ পুনৰপি নপশিবো ঘৰ॥
প্ৰভাসক যাওঁ মই এহিসে কাৰণে।
আৰ নাহিকয় মোৰ আন প্ৰয়োজন॥৩
হে কথা তেতিক্ষণে কাকত কৰিলা।
চকিয়ালে ৰাজাৰ আগত আনি দিলা।
সুলোচনা বোলে মোৰ কাৰ্য্য ভৈল সিদ্ধি।
পচাক্ষম চাকৰক নানিলেক বিধি॥৪

পচাক্ষমে বোলে এক দুষ্টা বেশ্যা নাৰী।
পৰম যতনে তাইক আনিলোহো হৰি॥
হৰিয়া আনিলো তাইৰ নুবুজিলো মতি।
বনে এৰি গৈলা মোক কৰিয়া বিগতি॥৪২১॥
প্ৰভাসক স্নানিবাক এহি গুণে যাওঁ।
যেন অল্প দিন মধ্যে সেই কন্যা পাওঁ॥
সেহি প্ৰয়োজনে যাওঁ প্ৰভাসৰ কাছে।
সুন্দৰীক পাওঁ যাতে অল্প দিন পাচে॥৪২২॥
যদি সেই কন্যা মোত মিলায় আনি বিধি।
যি কৰিবো তাইক মোৰ নসহয় হৃদি।
জোৰা মাৰা গোৰে তাইৰ নহৈবেক ভাল।
লাগ্ন পালে জীৱন্ততে ছেলাইবোহো ছাল॥৪২৩॥
এহিকথা কাকতত লেখিলা যত্ন কৰি।
সুলেচনা পত্ৰ খান চালেক পঢ়ি॥
কৰযোৰ কৰি বোলে নৃপতিৰ আগে।
ইয়ো খানি পত্ৰ জানা মায়াবীক লাগে॥৪২৪॥
সুলেচনা পত্ৰখান চাহিলেক পঢ়ি।
বিবাহতে যেন মতে আনিলেক হৰি।
কতদুৰে যোৰাক ৰাখিলা অৰণ্যত
জল আনিবাক লাগি গৈলা যেন মত॥৪২৫॥

৪২৩।৩, ঘ— তাই সমে ঘৰ মোৰ নুহিবেক ভাল।

ঘোৰা লৈয়া তেতিক্ষণে গৈলেক পলাই।
সুলেচনা দেখিলেক পত্র খান চাই ॥
কন্যায়ে গুণন্ত মোৰ কার্য্য ভৈলা সিদ্ধি।
মোৰ নিজ শত্রুক মিলাইলা আনি বিধি ॥৪২৬॥
কিনো মোৰ শুভক্ষণে আছো ভাগ্য কৰি।
খুজিবাৰ বস্তু আনি মিলাইলা হৰি ॥
সুলেচনা বোলে কার্য্য ভৈলেক সুসাঙ্গ।
থাকিবে নালাগে আঁসা চকা ফাট দাঙ্গ ॥৪২৭॥
মনে মনে গুণিলন্ত আত অনন্তৰে।
কতো বেলি পালা যাই মাধবৰ ঘৰে।
এহি মতে সুলেচনা কার্য্যক সাধিলা।
চকী ফাট দাঙ্গি পাচে নগৰ তুলিলা ॥৪২৮॥
নগৰ তুলিয়া সুলেচনা বৰ নাৰী।
সেই তিনি বন্দিয়াক লৈলা যত্ন কৰি।
চন্দ্রপুৰী নগৰৰ হেমচন্দ্র ৰাই।
বন্দিয়াক লৈয়া তৈতে প্রবেশিলা যাই ॥৪২৯॥
চোদোলত মাধৱক আনিলা প্রবন্ধে।
বিদ্যাধৰ ৰাজাক আনিলা হস্তী কন্ধে।
আগে পাচে দুই ডাল ডোল কন্ধালত।
পচাক্ষম চাকৰক আনিলা পাচত ॥৪৩০॥

৪২৭ ৪-গ - চকী-পাট

৪৩০ নং পদ 'ৰ' পুথিত নাই।

হেমচন্দ্র ৰাজা বসি আছে সিংহাসনে।
সুলেচনা কন্যা গৈয়া নমিলা চৰণে ॥
মুখে বস্ত্র দিয়া কন্যা আবৰিলা পাচে।
কহিবে লাগিলা কন্যা হুয়া একে সাচে ॥৪৩১॥
পুৰুষ বুলি কহিছো তোমাৰ আগত।
মুহিকে পুৰুষ জানা মই স্বৰূপত ॥
স্ত্রীবেশ এৰি কৈলো পুৰুষৰ কাম।
হেমপদ্ম ঝীউ মোৰ সুলেচনা নাম ॥৪৩২।
সম্বলা দেশৰ এন্তে ৰাজা বিদ্যাধৰ।
গুৱা পান দিলা নিয়া শহুৰৰ ঘৰ ॥
বিবাহক লাগি খাস্তি দিলা বৰ চাই।
ত্রিবিক্রেম নৃপতিৰ প্রথম তনয় ৪৩৩॥

৪৩১ নং আক ৪৩২ পদৰ মাজত তলৰ বৰ্ণনা ঘ পুথিত পোৱা যায় :
"সমস্ত লোকত পাছে এহি কথা কৈলা।
মাধৱ বিক্রম মোক হৰি নিবে আইল ॥
মালিনীৰ ঘৰে পাছে লুকাই থাকিলা।
ফুলৰ পাহীত পাচে অক্ষৰ লেখিলা ॥
নাজানিয়া মালিনীয়ে মোক মালা দিলা।
অক্ষৰ লেখিয়া দিলো পত্রৰ উত্তৰ।
দান্তে তৃণ ধৰি পাছে কৰিলো কাতৰ ॥
তাত পাছে পচাক্ষমে বিৱাহৰ পৰা।
কিমন্তে হৰিলা মোক দুৰ্জ্জন চাকৰে ॥
ৰজনী প্রভাতে পাছে হাতৰ এৰাই।
তৈৰ পৰা অন্তৰিয়া আসিলো পলাই ॥

৪৩১২—সম্বলা—সৌৰল (ঘ)

চাৰিয়ো দিশত কন্যা নাপাইলা চাই।
বিচাৰি ফুৰন্তে তেহে আমাক যে পাই ॥
এখানি গোচৰ কৰো পাৰত তোমাৰ।
এহি জন বিদ্যাধৰ সম্বলা দেশৰ ॥৪৩৪॥
তোমাৰ দুহিতা যেবে জয়ন্তী কুমাৰী।
বিদ্যাধৰ ৰাজাক দিয়োক ভাৰ্য্যা কৰি ॥
বিদ্যাধৰ নৃপতিক জয়ন্তীক দিলা।
পচাক্ষম চাকৰক মাতিয়া আনিলা ॥৪৩৫॥
মাতিয়া আনিয়া পাচে একো নুসুধিলা।
মাজত আনিয়া এক বৃক্ষক পুতিলা ॥
তাতে বান্ধি জীৱন্তে ছেলাইলেক ছাল।
সুমুৰাইলা ভৃত্যৰ এজুৰা দণ্ড ভাল ॥৪৩৬॥

৪৩৪।৩৫-ৰ,—ৰাজা বোলে ইটো কথা নযায় প্ৰমাণ।
নাৰী বুলি তোমাক জানিবে কোনজন।
পুৰুষ বুলিয়া জানে সকলে জগতে।
মেঘনাদ জন্তক যে বধিলা সাক্ষাতে।
হেন শুনি সুলোচনা গুণিলা মনত।
আমাক গুচাই দেখাইলেক স্তনগোট ॥
গুচাইলা বসন ভৈল শৰীৰ উদাস।
দেখিয়া সবাৰে ভৈল শৰীৰ তৰাস।
বিদ্যাধৰ ৰাজাক পাচে জয়ন্তীক দিলা।
পচাক্ষম চাকৰক মাতিয়া আনিলা ॥

হেমচন্দ্র নৃপতিক ৰাজ্য ভাৰ দিলা।
মাধৱ বিক্রম সমে চিত্রপুৰী গৈলা ॥
সমাজত বসি আছে ত্রিবিক্রম ৰাই।
কন্যা সমে মাধৱ যে পশিলন্ত ৰাই ॥৩৭॥
সুলেচনা কন্যাৰ সুচান্দ মুখ দেখি।
কতো বেলি থাকি সবে মেলিলেক আঁখি ॥
সুলেচনা কন্যাক যে প্রশংসা কৰিলা।
ত্রিবিক্রম ৰাজা পাচে আনন্দিত ভৈলা ॥৩৮॥
মাধবক চাই পাচে বচন বুলিলা।
যত ৰাজা পাট ৰাজা পুত্রক সম্পিলা ॥
হাত তালি দিয়া ৰাজা তুলিলেক হাসি।
আজি ধৰি হেৰা বাপু হৈলোহো বিদেশী ॥৪০॥
এহি বুলি তাত পাচে আনন্দিত মন।
ৰাজ সমাজত এৰি দিলা সিংহাসন ॥
পিতৃক প্রণাম কৰি মাধব কুমাৰ।
তোমাৰ প্রসাদে আমি পাইলো ৰাজ্যভাৰ ॥৪৪০॥
অভ্যন্তৰে গৈয়া ত্রিবিক্রম মহা ৰাই।
হৃৰি মন্দিৰত বসি ৰৈলা তপসাই ॥
নাহি চিন্তা চৰ্চ্চা একো আনন্দৰ পুৰী।
ত্রিবিক্রম ৰাজা গৈলা বিদেশক ফুৰি ॥৪৪১॥
যুধিষ্ঠিৰ ৰাজাক যে কহে শিৱ শৰ্ম্মা।
প্রভাস তীৰ্থৰ দেখা অৰ্ক্ক মহিমা ॥

জানিবাক মনে যিতো জনে চলি যায়।
লেখা জোখা নাই তাৰ পুণ্য যত পায় ।৪৪২।
ভক্তি ভাৱে গৈলে তাত পায় ফল গতি।
হৰি বিমুখৰ নাই কল্যান সম্প্ৰতি॥
ধৰ্ম্ম যুধিষ্ঠিৰে কহে এৰা আন কাম।
পাতক ছাৰোক ডাকি বোলা ৰাম ৰাম ॥৪৪৩॥

---

"ঘ' পুথিত ৫৮ নং পাত নাই, শেষৰ ৫৯ নং পাতত এই 'খনি কথা পোৱা যায়।

"৫ আঘোন, দ্বিতীয়া তিথি, ৰবিবাৰ, অভীষ্ট পুৰাণৰ পদ সমাপ্ত, গ্ৰাম বাধাকুছী। যথাদৃষ্টং তথা লিখিতং লিখকে নাস্তি দূষণং। ভীমেচাপি ৰণে ভঙ্গং মুনীনাঞ্চ মতিভ্ৰমঃ," শুদ্ধ অশুদ্ধ তথা ৰচাটুটা দোষ ক্ষমৰ পৰমেশ্বৰ। শ্ৰীঅৰ্জ্জুনদেৱৰ পাদকমলভৃত্যৰ ভৃত্য, শ্ৰীবলৰামদেৱৰ আজ্ঞায়ে, সমস্ত সন্তৰ চৰণে কিঙ্কৰ। শ্ৰীসন্তদেৱৰ চৰণে নমো। শ্ৰীগুৰুদেৱৰ চৰণে নমো।"



# পৰিশিষ্ট

## দীন দ্বিজ বা দ্বিজবৰ বিৰচিত কাব্যৰ পাঠ

### পাঞ্চালী

### মাধৱ-সুলোচনা

ধুৰা—জয় হৰি বোলা মুখে, জয় ৰাম বোলা সুখে।
তৰিয়া সংসাৰ সিন্ধু যাওঁ মহা সুখে ॥

মাধৱে শুনিলা চন্দ্ৰকলাৰ বচন।
বুলিৱে লাগিলা পাছে থিৰ কৰি মন ॥
কেনমতে সুলোচনা দৰশন পাইবো।
সাগৰৰ পাৰ হুই কেনমতে যাইবোঁ ॥
কোন চিন ধৰি কন্যা চিনিবোহোঁ যাই।
কহিয়ো সুন্দৰী মোত ইসব উপাই ॥
চন্দ্ৰকলা বোলে শুনা কথা যুৱৰাজ।
উপায় কৰিলে তবু সিজিবেক কাজ ॥
বাম অঙ্গে আছে কৃষ্ণ তিল এক গোট।
সুবৰ্ণ পৰ্ব্বতে যেন অঞ্জনৰ ফোট ॥
সেহি চিনে চিনিবাহা কন্যা সুলোচনা।
অতি ৰূপৱতী সৰ্ব্ব গাত্ৰ সুলক্ষণা ॥

আছয় গন্ধনা নামে তাহান মালিনী ।
তাইৰ অনুগ্ৰহে তুমি কন্যা পাৱা চিনি ॥
আছে এক ঘোড়া উচ্চৈঃশ্ৰৱা হন্তে জাত ।
চন্দ্ৰশ্ৰৱা নামে ঘোড়া তোমাৰ শালত ॥
সেহি ঘোড়া চৰি হৈবা সাগৰৰ পাৰ ।
কথা শুনি আনন্দ মিলিল মাধৱৰ ॥
সৈন্য সব লৈয়া নিজ নগৰে আসিলা ।
স্নান কৰি চন্দ্ৰকলা গৃহক চলিলা ॥
ঘৰে আসি মাধৱৰ বিয়াকুল মন ।
আপোনাৰ ঘোড়া শালে কৰিলা গমন ॥
সুলোচনা মাধৱৰ এহি ইতিহাস ।
পদবন্ধে দ্বিজবৰে কৰিলা প্ৰকাশ ॥

ধুৱা—সদায়ে বদন বোলা হৰি কৃষ্ণ নাম ॥
লভিবা সুফল মনকাম ॥

কৰযোৰে মাধৱে বোলন্ত ঘোটকক ।
কোনে নিবা পাৰা মোক সাগৰ পাৰক ॥
শুনিয়া ঘোটক সব অন্যো অন্যে চাই ।
কেৱে কিছু নুবুলিলা বৈলা ঘাস খাই ॥
সুলক্ষণ এক ঘোড়া কুৎসিত শৰীৰ ।
মাধৱক বচন বুলিলা ধীৰে ধীৰ ॥
তোমাক নিবাক পাৰো সাগৰৰ পাৰ ।

শুনা যুৱৰাজ কহোঁ দুখ আপোনাৰ ॥
স্বপ্নত নেদেখোঁ কেন যত ধান মাস ।
দিনে ৰাত্রি পাওঁ এক মুঠি ছেৰা ঘাস ॥
জোৰা দিয়া জৰী সব আমাৰ গাৱত ।
যত দুখ পাওঁ মই তোমাৰ শালত ॥
নহয়ে ভ্ৰমণ জানা প্ৰতিপাল বিনি ।
ঘৃত তৈল কাষ্ঠ বিনে নজ্বলে অগনি ॥
নানা অলঙ্কাৰ পিন্ধে আনো ঘোড়া চয় ।
কাঠিৰ কুকুৰ কিবা সিংহ সম হয় ॥
এক ক্ষণে পৃথিবীক পাৰোহো ভ্ৰমিতে ।
শুনিয়া মাধৱে পাছে লাগিলা বুলিতে ॥
মোৰ পিতা কৰিলে যতেক ভয় দোষ ।
ক্ষমিয়ো সকলে তাপ এৰ অসন্তোষ ॥
যদি লোকে তাপ দেই উত্তম জনত ।
নথাকন্ত চিৰকাল সাধুৰ হৃদিত ॥
অগনি তাপত যদি তপ্ত হৱে জল ।
অগনি বিয়োগে শীঘ্ৰে হৱয় শীতল ॥
যদি কৃশ দেহা তভো আছে গুণ.গণ।
দীপৰ অগনি যেন দহে মহাবন ॥
এহি বুলি ঘোটকক নমি যুৱৰাজ ।
আপুনি ঘোটক নিয়া কৰিলন্ত সাজ ॥
শুভক্ষণে ঘোটকক চৰিলা কুমাৰ ।

প্রচেষ্ট হাসক লৈল ঘোড়াৰ উপৰ ॥
মহাবেগে পাইলা সাগৰৰ পাৰ ।
বিচাৰি পাইলন্ত পাছে মালিনীৰ ঘৰ ॥
মালিনীক বোলয় শুবে শুনিয়োক আই ।
এক নিশা অতিথিক মোক দিয়া ঠাই ॥
মালিনী সাদৰে নিলা আপোনাৰ ঘৰ ।
মাধৱে ৰহিলা নিশা কয় দ্বিজবৰ ॥
ধুৱা— ভাই ৰাম বোলা নৰে, ৰদন ভৰিয়া ভাই,
ৰাম বোলা নৰে ॥
প্রভাত কালত উঠিলন্ত মহাভাগ ।
সাৰশেষ কথা কৈলা মালিনীৰ আগ ॥
মালিনী কহিলা আজি অধিবাস হৈব ।
কালি কন্যা বিয়া কৰি বিদ্যাধৰে নিব ॥
শুনিয়া মাধৱ বৰ মিলিলাহা ত্রাস ।
হাঁ আই কি কৰিলোঁ ভৈলোঁ সৰ্ব্বনাশ ॥
যাক লাগি বন্ধুবৰ্গ ছাৰিলোঁ সকল ।
যত যত্ন কৈলোঁ ভৈলা সকল বিফল ॥
তথাপি শ্রমত সিদ্ধি কহে সৰ্ব্বলোক ।
শ্রমত নিসিজে যদি এড়ি দিবোঁ শোক ॥
এহি বুলি কুসুমৰ মালাকে গাঠিলা ।
পুষ্পৰ পত্রত সৰ্ব্ব কাৰ্য্যক লেখিলা ॥
বিক্রম ৰাজাৰ পুত্র যশোদা মাধৱ ।

চন্দ্রকলা কৈলা মোত তযু গুণ সৱ ॥
শুনি তযু ৰূপ গুণ ভৈলোঁ বিমোহিত ।
সাগৰ তৰিয়া আইলোঁ ঘোটাকে সহিত ॥
ভজিয়ো কামিনী মোক পশিলো শৰণ ।
মইসে জানিছোঁ তযু ৰূপ গুণ গণ ॥
কমলাৰ যত গুণ ভ্ৰমৰে জানয় ।
নজানয় তাক জানা ভেক সমস্তয় ॥
আঙ্গুঠি সহিতে পাছে সেহি মালাখান ।
মালিনীৰ হাতে দিলা মাধৱ সুজান ॥
মালিনী বিস্ময় কৰি সেহি মালা নিলা ।
কন্যাৰ আগত দিয়া ভয়ে অস্তৰিলা ॥
পুষ্পৰ পত্ৰত কন্যা দেখিলা অক্ষৰ ।
পঢ়ি মালিনীত কথা পুছে নিৰন্তৰ ।
মালিনী কহিলা মাধৱৰ ৰূপ গুণ ।
দ্বিজবৰে ৰচিলা পাঞ্চালী সবে শুণ ॥

ধুৱা—ভৱতৰণ হেতু শ্ৰীৰাম নাম,
সকল নিগমে এহি সাৰ ॥

শুনিয়া বিস্ময় ভৈলা কন্যা সুলোচনা ।
পত্ৰৰ চিঠিত পূৰ্ণ লেখি বিচক্ষণা ॥
যুবৰাজ ! তোমাৰ লিখন মই পাইলোঁ ।
তযু ৰূপ গুণ শুনি মনেৰে ভজিলোঁ ॥
কিন্তু মোৰ আজি হৈব শুভ অধিবাস ।

বিবাহ মিলিব কালি কাৰ্য্য ভৈলা নাশ
ত্ৰিবিক্ৰম নৃপতিৰ পুত্ৰ বিদ্যাধৰ।
তাতে মোক পিতৃ দিয়া চাই আছে বৰ ।।
বিবাহ সভাত মই বৰৰ আগত।
প্ৰদক্ষিণ কৰিয়া ভাঙ্গিবো বামহাত ।।
যি জনে উৰ্দ্ধক নিবে মোৰ হাতে ধৰি।
সিজনে মোহোৰ পতি কৈলোঁ নিষ্ঠকৰি ।।
ইসব কথাক কন্যা লেখিলা মালাত।
বিনয় কৰিয়া দিলা মালিনীৰ হাত ।।
মালিনীও লেখা দিলা মাধৱৰ হাত।
কুমাৰে পঢ়িলা পত্ৰ সাক্ষাত ।।
পত্ৰ চায়া মাধৱৰ উল্লাসিত মন।
পূৰ্ণ পত্ৰ লেখি দিলা এহি বিচক্ষণ ।।
তোমাৰ সম্মত প্ৰিয়া মোহৰ সম্মত।
তোমাক ভাঙ্গিয়া নিবে থাকি আকাশত ।।
তোমাক লাগিয়া মই তৰিলোঁ সাগৰ।
ছাৰিলোঁহোঁ নিজ দেশ জ্ঞাতি নিৰন্তৰ ।।
মালিনীয়ে পূৰ্ণ পত্ৰ দিলা কন্যা আগে।
পত্ৰ চায়া কন্যা কথা কহে অনুৰাগে ।।
শুনিয়ো মালিনী মোৰ মনৰ হাত্ৰাস ।।
নদেখি তজিলোঁ বৰ কৰি অভিজ্ঞাস ।।
কেমন সুন্দৰ বৰ দেখিবো নয়নে।

ভজে জেবে স্বামী যদি ভাল দেখে মনে ॥
মালিনী বোলয় আই আসা মোৰ ঘৰ।
স্নান কৰিবাৰ ছলে চলা সৰোবৰ ॥
শুনি সুলোচনা মালিনাৰ হাতে ধৰি।
মালিনীৰ ঘৰে পশিলন্ত শীঘ্ৰ কৰি ॥
দেখিলা মাধৱ বীৰ শুতিয়া আছয়।
ৰূপ দেখি সুলোচনা লভিলা বিস্ময় ॥
নিৰখিতে বাঢ়ি যায় নয়ন তৃপিতি।
মনত কৰিলা থিৰ এহি মোৰ পতি ॥
মালিনী বোলয় বাৰ শুতিয়া আছয়।
নিদ্ৰাত পুৰুষ জানা মৃত্যুক অ.হ্বানয় ॥
নিদ্ৰাৰ তুলিয়া মই দেখাও কুমাৰ।
সৰস পাঞ্চালী ভণে দান দ্বিজবৰ ॥

ধুৱা—ছাৰ শয়ন সুখ, দেখা প্ৰিয়াৰ মুখ।
উঠা উঠা দেৱ যুৱৰাজ ॥
বানা শুনি মালিনীৰ, জাগিয়া মাধৱ বীৰ,
শয্যাত বসিয়া ভৈলা সাজ ॥
জাগিয়া দেখিলা পাছে কন্যা এক বসি আছে,
বাম অঙ্গে আছে কৃষ্ণতিল।
এহি সুলোচনা কন্যা ত্ৰিজগতে জানে ধন্যা,
মনে জানি আনন্দ মিলিলা ॥

মাধবে বোলন্ত বাণী শুনিয়ো সজনী ধনী,
কত্তো ভাগ্যে তোমাক দেখিলোঁ।
দেখিয়া তোমাব মুখ দূব গৈলা মন দুখ,
সুখময় সাগবে মজিলোঁ ॥
বদন দেখন্তে তোব জীৱন জনম মোব,
সফল ভৈলেক প্রাণ প্রিয়া।
মোহোক ভজিয়া সুখী হয়োঁ তুমি চন্দ্রমুখী,
মোব প্রাণ বাখিও ভজিয়া ॥
তোমাক কবিবো দৃষ্টি বিধাতা কবিয়া সৃষ্টি,
যতেক সুন্দবী সংসাবত।
যতেক সুন্দব আন কবি আনি এক থান,
থৈলা বিধি তযু শবীবত ॥
শুনিয়া হেন সুচনী হাসিয়া বোলয় বাণী
লাজতে বসন ঢাকি মুখ।
পত্রন্তে লেখিছো আমি তুমিসে আমাব স্বামী,
এব প্রভু হৃদয়ব দুখ ॥
বিদায় দিয়োক আবে আপোন ঘবক যাইবে,
বিধিয়ে যি কবে হুইবে সেই।
কুমাবে বোলয় বাণী শুন সুবদনী ধনী,
যাওঁ হেবা বচন লোপাই ॥
আত্তো থাকো বোলা যেবে অহঙ্কাব সিজে ভবে,
যেই কবা আপোন ইচ্ছাই।

তাঙ্ক নমস্কাৰ কৈলা  সুলোচনা ঘৰে গৈলা,
দ্বিজবৰো এহি গীত গাই ॥
ধুৰা—চলিলা আপোন ঘৰে গজেন্দ্র গামিনী হে ॥
সুলোচনা চলি গৈলা আপোনাৰ ঘৰ।
অনন্তৰে সময় মিলিলা বিবাহৰ ॥
ত্রিবিক্রম নৃপতিৰ পুত্র বিদ্যাধৰ।
কাছি পাৰি আসিলন্ত কাৰ্য্যে বিবাহৰ ॥
গুণকাৰ ৰাজা পাছে পাতিলা উৎসৱ।
মঙ্গল কৰিবে লৈলা দিব্য নাৰীসৱ।
হেম ঘট ধৰি নাৰীগণে আনে জল।
কন্যাক কৰাইয়া স্নান কৰে সুমঙ্গল ॥
কন্যাক অনেক যত্নে কৰিয়া ভূষিত।
জোকাৰ কৰয় কতো কতো গায় গীত ॥
উভয় দলৰ মহাশবদ উঠিলা।
হস্তী ঘোটকৰ বাৰে শবদ পুৰিলা ॥
অনেক মঙ্গল বাদ্য বাৰে পৰি চানি।
কাহাৰ শবদ কেহো থিতাতে নুশুনি ॥
নটীগণে নৃত্য কৰে নটে গাৱে গীত।
দ্বিজবৰে ৰচিলা পাঞ্চালী মনোনীত ॥
ধুৰা—ঢোল বাজে মৃদঙ্গ বাজে, নানান মধুৰ বাদ্য বাজে ভৰে ॥
কতো দিব্য বীণা বাৱে  কতো সুকণ্ঠিত গায়ে,
কতো কন্দ্র বাৱে কৰি লাস।

কাচিয়া কন্যাক পাছে আনিলা বৰৰ কাছে,
যেন লক্ষী প্ৰকাশ কৰন্ত ॥
বৰ প্ৰদক্ষিণ কৰি বাম বাহু তুলি ধৰি,
সুলোচনা ৰহিলা দড়াই ।
মাধৱ সুতিয়া ৰৈলা প্ৰচেষ্ট ভাবিবে লৈলা,
আচোহো সঙ্কট সব পাই ॥
বিধিয়ে বঞ্চিলে তোক অভাগি নিদ্ৰাত থাকি,
মই আনো সেই কন্যা নাই ।
যদি সেই কন্যা পাওঁ ইহাক এৰি যাওঁ,
দাস হুইতে প্ৰয়োজন নাই ॥
অনেক ভাৱনা কৰি প্ৰচেষ্ট ঘোৰাত চৰি
চলি গৈলা পথে আকাশৰ ।
কন্যাৰ বাম হাতে ধৰি মনে মহাৰঙ্গ কৰি
তুলি লৈলা ঘোৰা উপৰত ।
গৈয়া সিন্ধু পাৰ পাই কন্যাৰ বদন চাই,
বুলিবে লাগিলা মন্দমতি ।
সাগৰৰ পাৰ আইলোঁ কাঞ্চি নামে পুৰি পাইলোঁ,
যেন দেখা জলে অম্ৰাৱতী ।
জানিবা প্ৰচেষ্ট মই নাহি প্ৰিয়া সংশয়,
বিদ্যাধৰ মাধৱৰ ভাই ।
মোক আলিঙ্গন দিয়া প্ৰাণ ৰাখা প্ৰাণ প্ৰিয়া,
দ্বিজবৰে পাঞ্চালী ৰচয় ।

ধুৰা—ভাৱে দেৱী সুলোচনা হে ।।

প্ৰচেষ্টক জানি সতী চিন্তে শোক কৰি ।
সমূলি মৰিলোঁ অভাগিনী হৰি হৰি ।।
কৈক যাইবো কি কৰিবো শোকে বুকু ফাটে
হেন সে দাৰুণ বিধি লেখিলো ললাটে ।।
কৈত ৰৈলা পিতৃ-মাতৃ কৈত বিদ্যাধৰ ।
কৈত ৰৈলা প্ৰাণনাথ মাধৱ কুমাৰ ।।
দেখোঁ ধিক ধিক ধিক বিধিৰ ঘটনা ।
ইসব ভাবিয়া পাছে বোলে সুলোচনা ।।
বিবাহ কৰিয়ো মোক কৰিয়ো গ্ৰহণ ।
অবিবাহে তুমি মোক নকৰা গ্ৰহণ ।।
এৰিয়োক কাম ভাৱ ৰাখিয়োক মন ।
বিবাহৰ উপহাৰ আনিয়োক এখন ।।
আদৰি কোমল কৰি বুলিলা বচন ।
বুজিতে নৰিলা তাক প্ৰচেষ্ট দুৰ্জ্জন ।।
শুনি প্ৰচেষ্টৰ বৰ ৰঙ্গ ভৈলা মন ।
কন্যাত খুজিয়া লৈলা হাতৰ কঙ্কন ।।
ঘোটকে সহিতে তাতে সুন্দৰীক থৈলা ।
উপহাৰ আনিবাক সিতো চলি গৈলা ।।
কি কৰিবোঁ কৈক যাইবোঁ সুলোচনা ভাবে ।
ই হেন সঙ্কটে মোক কোনে নিস্তাৰিবে ।।
ইহাতে থাকিবে প্ৰভু নেদেখোঁ উচিত ।

তীৰ্থে গৈয়া মৰোঁ যেন্নে নোহে সিয়ো হিত ।।
বিদ্যাধৰ মাধৱ যে প্ৰচেষ্ট দুৰ্জ্জন ।
মোৰ গাৱে বধ দিয়া ছাৰিবে জীৱন ।।
তিনিয়ো মৰিবে জানো মোহোৰ বিয়োগে ।
মৰিবাক লাগি গঙ্গা সাগৰৰ যোগে ।।
এতেকে চলিবোঁ মই সেই তীৰ্থ প্ৰতি ।
বিষ্ণুকে ভজিয়া তৈসনা কৰিবো ভকতি ।
হৰি তুষ্ট হৈলে পাইবো স্বামী মাধৱক ।
অৱশ্যে দেখিবোঁ তৈতে তিনিয়ো জনক ।।
এহি বুলি কন্যা ঘোটকত চৰি গৈলা ।
দ্বিজবৰে সৰস পঞ্চালী এহি কৈলা ।।
গঙ্গা সাগৰৰ যোগে যিতো তীৰ্থবৰ ।
তাতে চন্দ্ৰবংশী এক আছে নৰেশ্বৰ ।।
নামত সুসেন তাৰ নগৰে চলিলা ।
পাছে সুলোচনা মনত এহি ভাবিলা ।।
সহজে যুবতী তাতে বিবাহৰ শেষ ।
ৰাজাৰ আগত কেনে কৰিবো প্ৰবেশ ।
পাছে ইন্দ্ৰজালি মায়া কৰি তেতিক্ষণ ।
সুন্দৰ পুৰুষ যেন দেখি সৰ্ব্বজন ।।
সুধৰ্ম্মা সভাত যেন পশিলা জয়ন্ত ।
হেন দেখি ৰাজা কথা তাত পুছিলন্ত ।।
কৈৰ হন্তে আসি আছা তুমি কোনজন ।

শুনি প্রণামিয়া পাছে বুলিলা বচন ।।
ৰাজাৰ কুমাৰ মই নামে বীৰবৰ ।
আসি আছো মহাৰাজ তোমাৰ নগৰ ।।
প্ৰবৰ্ত্তি থাকিবো মই তোমাৰ দেশন্ত ।
সকল অশক্ত কৰ্ম্ম কৰিবে শকত ।।
ৰাজা বোলে বীৰবৰ ৰহিয়ো এখন ।
নাহিকে সংশয় তযু কৰিবো পোষণ ।।
ৰাজাৰ বচনে ৰহিলন্ত বীৰবৰ ।
দ্বিজবৰ ৰচিলা পাঞ্চালী মনোহৰ ।।
ব্যাস মুনি কহন্ত শুনিয়ো মুনিবৰ ।
যেন কথা ভৈল পাছে আত অনন্তৰ ।
শুসেন ৰাজা সঙ্গে আছে বীৰবৰ ।
আতি দায়া কৰি তাক ৰাখিলা চাকৰ ।।
একদিন সেই দেশে বিধিনি মিলিলা ।
ভীমনাদ নামে এক গণ্ড প্ৰবেশিল ।।
পৰ্ব্বত আকাৰ তাক চাহন নযাই ।
মাৰে প্ৰজা সব ধৰি শৰ্য্য খাই ।।
কাকো চেলেকন্ত কাকো খৰগে হানই ।
চৰণে পিসয় কাকো লাঙ্গুলে মাৰই ।।
মহানাদ কৰে হৃদয়ত লাগে ত্ৰাস ।
আচোক মাৰিব তাক যাবো কোন পাশ ।।
তাপে প্ৰজাগণ কৈতো নাপাৱন্ত থিতি ।

মিলিল প্রলয় পলারম্ভ চতুর্ভিতি ॥
সবে গৈয়া নৃপতিও করিলা গোচব ।
মহারাজা রাখিয়ো মিলিলা স্তথস্তুব ॥
গণ্ড এক আসি আছে নামে ভীমনাদ ।
প্রজাসব মাবে শব্য কবিলা উচ্ছাদ ॥
শুনি বাজা মনত বিস্ময় পায়া বব ।
চল বীববব বলি পাঞ্চিলা সত্বব ॥
শুনা বীববব শীঘ্র গণ্ডক মারিয়োঁ ।
আপদব হস্তে প্রজাগণ উদ্ধাবিয়োঁ ॥
ভাল বুলি বীববে রাজাক নমিলা ।
হাতে শূল ধবি মহাকোপে চলি গৈলা ॥
দেখিলস্ত গণ্ডগোট শুতিয়া আছয় ।
পর্ব্বত আকাব দেখি তাক লাগে ভয় ॥
পাছে বীববব হাতে শূল তুলি লৈলা ।
গণ্ডক সম্মুখি আছে গর্জ্জিবাক লৈলা ॥
শুনা অবে ভীমনাদ ! গণ্ড দুবাচাব ।
তেজিয়োঁ নিদ্রাক তোব মিলিলন্ত মাব ॥
আপুনি আৰ্জ্জিয়া পাপ বৃক্ষ যে সকল ।
কালত ফলিত ভৈলে ভুঞ্জি তাব ফল ॥
যতেক মাবিলি প্রজা তাব নাহি লেখা ।
সি সব সহিতে যম পুবে হোক দেখা ॥
শুনি ভীমনাদে নিদ্রা চাবি তেতিক্ষণ ।

ক্ষুধারন্ত কোপে দুই অরুণ নয়ন ॥
বুলিবে লাগিলা বীৰবৰক সম্মুখি ।
নকৰিবি গৰ্ব্ব অৰে শুন মন্দ বুদ্ধি ॥
জানিলোহোঁ আজি তোৰ আয়ু ভৈলা ক্ষয় ।
মোক দেখি কোন প্ৰাণী জীৱন্তে আছয় ॥
মোক মাৰিবাৰ তোৰ এতমান সাস ।
অগ্নিত ফৰিঙ্গ যেন মৰিবাক চাস ॥
এতেকে বোলন্তে বীৰ হুঙ্কাৰ কৰিলা ।
গণ্ডক লাগিয়া শক্তি গোট প্ৰহাৰিলা ॥
প্ৰাণ ছাৰি পৃথিবীত পৰিলন্ত গণ্ড ।
কম্পিলা ধৰণী ভৈল বদন প্ৰসন্ন ॥
গঙ্গা সাগৰৰ তীৰে ছাৰিলা শৰীৰ ।
ৰুধিৰে লিপিত যেন শিখৰ গিৰিৰ ॥
গণ্ডক মাৰিয়া বীৰে চলিলা ঘৰে ।
জয় জয় কৰে প্ৰজাগণ নিৰন্তৰে ॥
পদ্ম পুৰাণৰ ইতিহাস মনোহৰ ।
শুনা সৰ্ব্বজন দীন গাই দ্বিজবৰ ॥
ব্যাস নিগদতি শুনা জয় মনি অপাৰ ।
পথে চলি যাহন্তে দেখিলা দ্বিজবৰ ॥
বিমান উপৰে এক পুৰুষ সুন্দৰ ।
গলে তুলসীৰ মালা গাৱে পীতাম্বৰ ॥
প্ৰসন্ন বদনে শ্যাম চতুৰ্ভুজ ধৰ ।

বিষ্ণু দূতগণে লৈয়া যাহান্ত সাদৰ ॥
দ্বিতীয় আদিত্য যেন দেখি আকাশত ।
নম্রভাবে বীৰবৰে তাহাত পুছন্ত ॥
তুমি কোন কৈৰহন্তে আসি আচা কোথা ।
শুনি ভীমনাদে কহিবাক লৈলা কথা ॥
পুৰুষৰ বেশে তুমি আছাহা সুন্দৰী ।
শুনিয়ো আমাৰ বাৰ্ত্তা কহো নিষ্ঠ কৰি ।
ধৰ্ম্মবুদ্ধি নামে আচিলন্ত নৰেশ্বৰ ।
পৃথিবীত পালিলা চাৰি হাজাৰ বৎসৰ ॥
যাগ দান অনেক কৰিলোঁ পুন্যচয় ।
কিন্তু এক অকাৰ্য্য কৰিলোঁ বৰ মই ॥
পাষাণ্ডৰ বাক্যে ব্ৰাহ্মণত কোপ কৰি ।
অল্প অপৰাধে তাৰ তুমি আছোঁ হৰি ॥
সেহি অপৰাধে মোক বিধাতা দণ্ডিলা ।
সেহিক্ষণে মোৰ ৰাজ্য সম্পত্তি খণ্ডিলা ॥
ৰাজ্যভাৰ গুচিলা শোকেতে দহে মন ।
কতিপয় দিনে মোৰ মিলিলা মৰণ ॥
যমদূতে নিয়া চিত্ৰগুপ্তত জনাইলা ।
চিত্ৰগুপ্তে মোৰ কৰ্ম্ম যমত জনাইলা ॥
ধৰ্ম্মবুদ্ধি নামে ইটো নৃপতি আছিলা ।
কৰিলা অনেক ধৰ্ম্ম প্ৰজাক পালিলা ॥
কিছু পাপ আছে আৰ জানা মহাশয় ।

খল বাক্যে বিপ্রবৃত্তি হৰিয়া আছয় ॥
ব্ৰাহ্মণৰ বৃত্তি যিটো হৰে দুৰাচাৰ।
অৱশ্যে জানিবা কৰিলন্ত বধভাৰ ॥
+ + +
কল্প কোটি শত নৰ কত দিয়া ঠাই ॥
আপুনি বা পৰে দিয়া হৰে ব্ৰহ্মবৃত্তি ।
কুলে সমে নৰ্কে পৰে নাহিকে নিষ্কৃতি ॥
পৰদত্ত বৃত্তি যিটো নৃপতি ৰাখৰ।
শতগুণে পুন্য পাত্ৰ কহিলো নিশ্চয় ॥
যমৰ বচনে নৰকত দিলা ঠাই ।
চিৰকাল আছিলো নৰকে পঙ্কা খাই ॥
ভোগ উপশনে পশুহুয়া জনমিলো ।
পুন্য প্ৰাণী সব মাৰি পাপক সঞ্চিলোঁ ॥
দৈৱ বশে মোক তুমি মাৰিলাহা সতী ।
দুৰ্লভ তীৰ্থত মৰি লভিলোঁ সদ্গতি ॥
চলিও সুন্দৰী তযু হওঁক কুশল ।
অল্পকালে নিজপতি পাবাহা বিকল ॥
শুনি বীৰবৰে নমিলন্ত তাৰ পায় ।
বন্ধমনে চলি গৈলা নৃপতিৰ ঠায় ॥
প্ৰণামি ৰাজাত কহিলন্ত বীৰবৰ ।
মহাৰাজ তযু আজ্ঞা পালিলোঁ কিঙ্কৰ ॥
শুনি ৰাজা প্ৰশংসিলা বসনে ভূষিলা ।

নিজ কন্যা জয়ন্তীক তান্তে বিহা দিলা ॥
গঙ্গা সাগৰৰ অধিকাৰী পাতি থৈলা ।
সৰস পাঞ্চালী এহি দ্বিজবৰে কৈলা ॥॥

ব্যাস নিগদতি শুনা মহামতি,
আত অনন্তৰে কথা ।
জয়ন্তী সহিতে বীৰবৰে তৈতে,
কৰিলা তপস্যা যথা ॥
মাধৱক পতি পাইবা কৰি নতি,
তীৰ্থত পুজিলা হৰি ।
প্ৰাতসে জাগিয়া তীৰ্থত স্নানিয়া,
পূজা কৰে ভক্তি কৰি ॥
বাদ্য নৃত্য গীত কৰে নিত নিত,
কতো কৰে উপবাস ।
কতো ফলাহাৰ হবিষ্য আহাৰ,
কৰয় অতি প্ৰয়াস ॥
আৰু এক কথা কৰিলন্ত তথা,
বীৰবৰে বিচক্ষণ ।
ভৃত্য সব আনি বুলিলন্ত বাণী,
শুনাহা মোৰ বচন ॥
কন্যা অনুৰাগি এহি তীৰ্থে লাগি,
মৰিবে আশে যি জন ।

তেতিক্ষণে তাক আমাৰ সভাক,
আনিবাহা দূতগণ ॥
আত অনন্তৰে প্ৰচেষ্ট পাপৰে,
বিবাহৰ দ্ৰব্য লই ।
ঘোটকে সহিতে কন্যাক তহিতে,
নেদেখিলা তথা গৈই ॥
পৰি পৃথিবীত শোকত মূৰ্চ্ছিত,
কৰিবে লৈলা ক্ৰন্দন ।
মৰিলোঁ অভাগি গৈলা কৈক লাগি,
প্ৰাণ প্ৰিয়া সুলোচন ॥
পায়া একাকিনী কে নিলা কামিনী.
পৰম সতী সুন্দৰী ।
মোক নাসা দেখি গৈলেক উপাখি,
ঘৰে গৈলা ঘোড়া চৰি ॥
কিবা বিদ্যাধৰ আক মাধৱৰ,
বিয়োগত শোক পাই ।
জানো মহাসতী নতজিয়া পতি,
কৈত বা মৰিলা যাই ॥
এহি ভাবি মনে কৰিলা ক্ৰন্দনে,
মাৰিবাক কৰি মন ।
চলিলা সত্বৰ গঙ্গা সাগৰৰ,
তীৰক লাগি দুৰ্জ্জন ॥

কৰি তীৰ্থ স্নান    হয়্যা সাৱধান,
তুলসী মালা পিন্ধিলা ।
গঙ্গাক প্ৰণামি    কৰি কৃতাঞ্জলি,
প্ৰচেষ্টে এহি প্ৰাৰ্থিলা ॥
তীৰ্থৰ জননী    শুনা মোৰ বাণী,
প্ৰাণ ছাৰো তযু জলে ।
এহি প্ৰাণ ছাৰি    সুলোচনা নাৰী
পাওঁ যেন অৱিকলে ॥
তাৰ এহি বাণী    দূতগণে শুনি,
তাক বান্ধি ধৰি নিলা ।
আগত বীৰৰ    জোগাইলা সত্বৰ,
বীৰবৰে আদেশিলা ॥
আক লোহা দিয়া    ভালমতে নিয়া,
বন্দীশালে ৰাখিয়োক ।
পাঞ্চালী সুন্দৰ    ভনে দ্বিজবৰ,
সামাজিক শুনিয়োক ॥

———

ব্যাস মুনি কহন্ত শুনিয়ো মুনিবৰ
যি বেলাত ভাঙ্গিলা কন্যাৰ স্বয়ম্বৰ ॥
বিস্ময় দেখিয়া প্ৰজা সব চাহি আছে'
গুণকৰ ৰাজা কান্দিবাক লৈলা পাছে ॥
মহিষী সহিতে ৰাজা ভূমি লুটি পৰি ।

হাঁ সুলোচনা বুলি হিয়ে মুষ্ঠি হানি ॥
ত্রিবিক্রম ৰাজা পাছে আনি বীৰগণ ।
বিচাৰিবে প্ৰতি কৰিলেক নিয়োজন ॥
উভয় দলৰ সৈন্য সব নিচুকিলা ।
গীত নীত বাদ্য ভাণ্ড সবাকে ছাৰিলা ॥
হাহাকাৰ শব্দ উঠিলা সি বেলাত ।
যেন বজ্র পৰিলন্ত সবাৰ মাথাত ॥
গুণকৰ ৰাজা অতি শোকত বিহ্বল ।
মন্ত্ৰীগণ মাতি আনি পুছিলা বিকল ॥
কৈক গৈলা সুলোচনা মোৰ প্ৰাণেশ্বৰী ।
মোৰ গাৱে অগ্নি গৈলা সুন্দৰী ॥
শুনি মন্ত্ৰীগণে কহিবাক লৈলা কথা ।
অদভুত মহাৰাজ দেখিলোহোঁ কথা ॥
অনেক লোকৰ মাঝে আছিলা দবাই ।
মায়া কৰি ভয়ু কন্যা গৈলা কোন ঠাই ॥
কতো বোলে লক্ষী আসি ভয়ু কন্যা ভৈলা ।
কিবা অপৰাধে ভয়ু গৃহস্থে গৈলা ॥
কোন জনে বোলে কন্যা মহা ৰূপৱতী ।
মায়াকৰি অন্তৰ্দ্ধান ভৈলা মহাসতী ॥
অন্যে বোলে ভয়ু কন্যা পৰম সুন্দৰী ।
মোহ হুয়া ইন্দ্ৰে আসি নিয়া আছে হৰি ॥
সৰ্ব্বগাৱে যোনি ইন্দ্ৰ তাহাক নিভজি ।

কিবি আসিবেক কন্যা তথু ঘবে আছি ॥
কতো বোলে চন্দ্র সম কন্যাব বদন ।
দীর্ঘ বাহু মেলি বাহু নিলা তেতিক্ষণ ॥
কতো কহে আন কন্যা স্রজিবাক প্রতি ।
পবম সুন্দবী দেখি নিল প্রজাপতি ॥
কন্যাব লোচন দুই যেহেন কমল ।
মৃণাল সমান চাক বাহু যে যুগল ॥
দেখি অতি গজগণে নিলা শুণ্ড মেলি ।
ভুঞ্জিবাক লাগি নিলা কমলিনী বুলি ॥
সর্ব্বদিশ জানিলাহা তুমি নবপতি ।
তোমাব দুহিতা জানো হেন কবি মতি ॥
স্বর্গ নাবী সকলব ৰূপে যিনি মই ।
এহি ভাবি স্বর্গে গৈলা জানা মহাশয় ॥
অন্যে অন্যে এহি কহিলন্ত মন্ত্রীগণ ।
মহিষী সহিতে বাজা কবয় ক্রন্দন ॥
ধূলি ধুসবিত দুহান্তব কলেবব ।
স্নান কবাই মন্ত্রীগণে নিলা অভ্যন্তব ॥
ত্রিবিক্রম নৃপতিব পুত্র বিদ্যাধব ।
কন্যাব আসনে ধবি কান্দিলা বিস্তব ॥
দুই হাতে আসনক হৃদয়ত ধবি ।
আতি দীর্ঘ বায় কবি কান্দন্ত বাগবি ॥

কৈক গৈলা মোৰ প্ৰাণ প্ৰিয়া,
মোৰ গাৱে শোক অগ্নি দিয়া,
কি দোষ ছাৰিলা সুলোচনা প্ৰাণেশ্বৰী ।
তুমি বিনে মই কেনে জীওঁ,
কৈক যাইবোঁ আবে কি কৰিবোঁ,
দিয়া দৰিশন মুখে মন্দহাস কৰি ।।
কি কৰিবে মোক ধনে জনে,
জীৱন যৌৱন বন্ধুগণে,
মৰনে সে ধন্য জানোঁ মনে নিষ্ট কৰি ।
হাতে দিয়া মোৰ অষ্ট নিধি,
কি দোষে দণ্ডিলা হতবিধি,
হুঁ হৰি হৰি আছোহো কেনে নমৰি ।।
মোৰ আগে তুমি আইলা সাজি,
কোন বধ ভাগি নিলা আজি,
প্ৰাণ ৰাখা মোৰ প্ৰাণ প্ৰিয়া দেখা দিয়া ।
কৰিলোঁ মনত আতি ৰঙ্গ,
কৰিলা বিধাতা আশা ভঙ্গ,
হাঁ সুলোচনা কমল নয়নী প্ৰিয়া ।।
বদন বিধুম সুধা দিয়া,
তাপ নিবাৰিয়া মোৰ প্ৰিয়া,
দাৰুণ অগনি বিৰহে দহয় হিয়া ।
যদি মৰি তোক পাওঁ লাগ,

স্বৰ্গত নকৰো অনুৰাগ,
অৰণ্যে মৰিবো মন্দভাগি তীৰ্থ গৈয়া ॥

———

এহি বুলি বিদ্যাধৰ মৰ্ববাক মন ।
গঙ্গা সাগৰৰ তীৰে কৰিলা গমন ॥
তীৰ্থ স্নান কৰি পাছে সূৰ্য্য অৰ্ঘ দিলা ।
হে গঙ্গা মাতৃ বুলি এহি নিবেদিলা ॥
তোমাৰ জলত মই ছাৰো কলেবৰ ।
সুলোচনা ভাৰ্য্যা কিবা পাওঁ জন্মান্তৰ ॥
এতেক শুনিয়া দূতে ধৰি গলে হাতে ।
সভা মধ্যে নিলা বীৰবৰৰ সাক্ষাতে ॥
দেখি বীৰবৰে পাছে তুমি কোন জন ।
কিবা হেতু এহি তীৰ্থে তেজাহা জীৱন ॥
শুনি বিদ্যাধৰে কহিলন্ত পূৰ্ব্বাপৰ ।
ত্ৰিবিক্ৰম ৰাজা ৰাজ দয়াৰ কুমাৰ ॥
নাথ মোৰ বিদ্যাধৰ জানা মহাশয় ।
গুণকৰ নামে এক নৃপতি আছয় ॥
তানে কন্যা সুলোচনা ৰূপৱতী অতি ।
আনন্দে গৈলোহোঁ তাঙ্ক বিবাহিবে প্ৰতি ।
বিবাহ কালত কন্যা ভৈলা অন্তৰ্দ্ধান ।
সেহি কন্যা পাইবে প্ৰতি ছাৰো মই প্ৰাণ ॥

শুনি বীৰবৰে বোলে শুনিয়োঁ কুমাৰ ।
নিশ্চয় জানিলোঁ আৰু অজিজ্ঞাসি বৰ ॥
গন্ধৰ্ব্বৰ কন্যা কিবা চাৰণী কিন্নৰী ।
কিবা দেবনাৰী নাগ কন্যা বিদ্যাধৰি ॥
কোনবা মুনিৰ শাপে আইলা জন্ম ধৰি ।
নিজস্থানে গৈলা তাঙ্ক পাইবা কেনকৰি ।
চকোৰেও পান কৰে চন্দ্ৰৰ সুধাক ।
পান কৰিবাক পাইবে কেনে ভাক কাক
কে দিবাক পাবে কন্যা কে নিবা পাৰয় ।
পূৰ্ব্বজন্মে সেহি কন্যা ভাহ'কে লভয় ।
পুত্ৰৰ নিমিত্তে কন্যা বিবাহ কৰয় ।
পিণ্ডৰ নিমিত্তে পুত্ৰ পণ্ডিতে কহয় ॥
কেনে প্ৰাণ ছাৰ তুমি লাগিয়া ভাৰ্য্যাত
পিণ্ড লোপ ভৈলে পিতৃগণ হৈব পাত ॥
পুৰুষৰ অনুৰাগ যি মত ভাৰ্য্যাত ।
নাৰীৰ নাহিকে তেনে প্ৰীতি পুৰুষত ॥
কুমুদিনী বিয়োগে ভ্ৰমৰে কান্দে ৰাতি ।
চন্দ্ৰ ৰশ্মি লাগি কুমুদিনী হাসে আতি ।
গুণযুক্ত স্বামীত সন্তোষ নহে বধু ।
ৰবি আগে ভৃঙ্গে পিয়ে পদ্মিনীৰ মধু ।
নাহি বিষ্ণু ভক্তি যাৰ নাৰীতে সে মন ।
শোকে প্ৰাণ ছাৰে যেহি ভিনি বিৰস্থন ।

পুত্র ভার্য্যা বন্ধু ধন সকলে সুলভ ।
কেৱলে মনুষ্য জন্ম জীৱন দুর্লভ ॥
এতেকে কুমাৰ তই নিবর্ত্তিয়া যায়োঁ ।
গৃহাশ্রম কৰি পাছা পূন্যক আৰ্জ্জিয়ো ॥
শুনি বিদ্যাধৰে কৰিলন্ত মন থিৰ ।
গঙ্গা সাগৰৰ তীৰে বৈশ্য মহাবীৰ ॥
পদ্মপুৰাণৰ এহি পুন: ইতিহাস ।
দ্বিজবৰে পদবন্ধে কৰিলা প্ৰকাশ ॥

